# বিপন্ন সময়ৰ দস্তাবেজ

## অসমৰ গোষ্ঠী সংঘৰ্ষ আৰু মহিলাৰ জীৱন সংগ্ৰাম




বন্যা বৰুৱা

অসম সাহিত্য সভা

# বিপন্ন সময়ৰ দস্তাবেজ

## অসমৰ গোষ্ঠী সংঘৰ্ষ আৰু মহিলাৰ জীৱন সংগ্ৰাম


বন্যা বৰুৱা

তত্ত্বাৱধায়ক ঃ ড° ধ্ৰুৱজ্যোতি বৰা






প্ৰকাশক ঃ

প্ৰাচ্যবিদ্যাৰ্ণৱ ড° মহেশ্বৰ নেওগ অসমতত্ত্ব গৱেষণা সংস্থান

অসম সাহিত্য সভা

দানবীৰ ৰাধাকান্ত সন্দিকৈ ভৱন, যোৰহাট, অসম

**BIPONNO SOMOYOR DOSTABEJ ASOMOR GOSTHI SONGHARSHA ARU MOHILAR JIVAN SANGRAM,** a research oriented book written by Bonya Baruah, published by Prachyavidyarnava Dr. Maheswar Neog Asamtattwa Gaveshana Sangsthan, the Academic Wing of Asam Sahitya Sabha.

| | | |
|---|---|---|
| গ্ৰন্থস্বত্ব | ঃ | অসম সাহিত্য সভা, যোৰহাট। |
| প্ৰকাশ কাল | ঃ | ২০১৮ বৰ্ষ |
| প্ৰকাশক | ঃ | প্ৰাচ্যবিদ্যাৰ্ণৱ ড° মহেশ্বৰ নেওগ অসমতত্ত্ব গৱেষণা সংস্থান, অসম সাহিত্য সভা |
| বেটুপাতৰ শিল্পী | ঃ | ৰঞ্জীৱ গগৈ |
| মুদ্ৰণ | ঃ | আই. পি. প্ৰিণ্টাৰ্ছ, জগন্নাথ বৰুৱা পথ, যোৰহাট। ভ্ৰাম্যভাষ ঃ ৯৪০১৯-৩৯৯৭৪ |
| মূল্য | ঃ | ১০০/-টকা |


# উৎসৰ্গা

*গোষ্ঠী সংঘৰ্ষৰ বলি হৈ কঠিন জীৱন সংগ্ৰামক আঁকোৱালি লোৱা দুৰ্ভগীয়া নিপীড়িতা মহিলাসকলৰ হাতত...*

## ।। পঞ্জীয়কৰ একাষাৰ।।

অসম সাহিত্য সভাৰ বিদ্যায়তনিক শাখাস্বৰূপ প্ৰাচ্যবিদ্যাৰ্ণৱ ড° মহেশ্বৰ নেওগ অসমতত্ত্ব গৱেষণা সংস্থানৰ তৰফৰ পৰা এতিয়ালৈকে কেইবাখনো গৱেষণালব্ধ গ্ৰন্থ প্ৰকাশিত হৈছে। এই গ্ৰন্থসমূহৰ ভিতৰত অসমৰ চাহকোষ, অসমীয়া ভাষা-সংস্কৃতিলৈ চৰ-চাপৰিৰ অৱদান, ত্ৰিপুৰা বুৰঞ্জী, গোমতী উপত্যকাৰ নিৰ্বাচিত গল্প সংকলন, গোমতী উপত্যকাৰ নিৰ্বাচিত কবিতা সংকলন, দৰঙী লোক সাহিত্য সমীক্ষা, দৰঙী সমাজ-সংস্কৃতিৰ স্বৰ্ণৰেখা আদি উল্লেখনীয়। সংস্থানৰ অধীনত, সোমেশ্বৰ দত্ত সোঁৱৰণী ন্যাসৰ গচ্ছিত ধনেৰে সংস্থানৰ পৰিচালনা সমিতিৰ নিৰ্দেশত কেইখনমান মানবিশিষ্ট গ্ৰন্থ প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰা হয়। এই উদ্দেশ্যে লেখক-লেখিকাৰ পৰা প্ৰকল্প আহ্বান কৰা হয়। উক্ত প্ৰকল্পসমূহৰ পৰা পৰিচালনা সমিতিয়ে নিৰ্বাচন কৰি দিয়া পাঁচোটা গুৰুত্বপূৰ্ণ গ্ৰন্থ উপযোগী প্ৰকল্প নিৰ্বাচন কৰা হয়।

আলোচ্য '**বিপন্ন সময়ৰ দস্তাবেজ ঃ অসমৰ গোষ্ঠী সংঘৰ্ষ আৰু মহিলাৰ জীৱন সংগ্ৰাম**' শীৰ্ষক গ্ৰন্থখনি সুলেখিকা বন্যা বৰুৱাই যুগুত কৰি প্ৰকাশৰ বাবে আগবঢ়ায়। পৰিচালনা সমিতিৰ পৰামৰ্শ অনুযায়ী গ্ৰন্থখনিৰ তত্ত্বাৱধায়কৰ দায়িত্ব গ্ৰহণ কৰে অসম সাহিত্য সভাৰ তদানীন্তন মাননীয় সভাপতি, সাহিত্য অকাদেমী বঁটা বিজয়ী সাহিত্যিক ড° ধ্ৰুৱজ্যোতি বৰা মহোদয়ে।

এই সুযোগতে আমাৰ সংস্থানৰ তৰফৰ পৰা লেখিকা বন্যা বৰুৱা, তত্ত্বাৱধায়ক ড° ধ্ৰুৱজ্যোতি বৰা, সমন্বয়ক ড° ৰাজশ্ৰী হাজৰিকা আৰু আই, পি, প্ৰিণ্টাৰ্চৰ কৰ্মকৰ্তাসকললৈ গভীৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

কুতুবুদ্দিন আহমেদ

(ড° কুতুবুদ্দিন আহমেদ)
পঞ্জীয়ক
প্ৰাচ্যবিদ্যাৰ্ণৱ ড° মহেশ্বৰ নেওগ
অসমতত্ত্ব গৱেষণা সংস্থান
অসম সাহিত্য সভা

# পাতনি

বিশ্বৰ ইতিহাস বিভিন্ন নৃগোষ্ঠী, সম্প্ৰদায় আৰু ধৰ্মকেন্দ্ৰিক গোষ্ঠীগত সংঘৰ্ষৰ ৰক্তাক্ত অধ্যায়েৰে পৰিপূৰ্ণ। আমাৰ ৰাজ্যখনকো সময়ে সময়ে গোষ্ঠীগত সংঘৰ্ষৰ হিংসাই স্পৰ্শ কৰি গৈছে। দীৰ্ঘদিন ধৰি মিলাপ্ৰীতিৰে বাস কৰি থকা আমাৰ ৰাজ্যখনৰ বিভিন্ন জাতি-জনগোষ্ঠী, বিভিন্ন ভাষা-ভাষী, সম্প্ৰদায়ৰ সাধাৰণ জনগণৰ মাজৰ সম্প্ৰীতিৰ বান্ধোন গোষ্ঠীগত সংঘৰ্ষই সময়ে সময়ে নষ্ট কৰি আহিছে। ভাষা, ধৰ্ম, সম্প্ৰদায়ৰ সংজ্ঞা নজনা, অনৈক্যৰ মাজত ঐক্যৰ মিলন ঘটাই ইজনে সিজনৰ ভাষা, সংস্কৃতিক আঁকোৱালি লোৱা এই সহজ-সৰল, খাটি খোৱা, কঠোৰ পৰিশ্ৰমী মানুহখিনিৰ এটা সম্প্ৰদায়ৰ হঠাতে আন এটা সম্প্ৰদায়ৰ প্ৰতি আস্থা হেৰাই যায় আৰু তেওঁলোকৰ উভয়ৰে মাজত ইমানেই শত্ৰুতাৰ মনোভাৱৰ উদ্ভৱ হয় যে পৰিস্থিতি হিংসাত্মক হৈ উঠে। গোষ্ঠীগত সংঘৰ্ষৰ আঁৰত ৰাজনৈতিক, আৰ্থ-সামাজিক, ক্ষমতাকেন্দ্ৰিক, পৰিচয়ৰ সংকট আদি বিভিন্ন কাৰক আছে। কিন্তু যিসকল সংঘৰ্ষত লিপ্ত হয় আৰু ভুক্তভোগী হয়, তেওঁলোক এনেধৰণৰ বিষয়বোৰৰ পৰা বহুযোজন দূৰত। এই সাধাৰণ মানুহখিনিয়ে নিজৰ অজ্ঞাতভাৱেই এক জটিল ৰাজনৈতিক প্ৰক্ৰিয়াৰ মেৰপেচত সোমাই পৰে আৰু তাৰ ফলত বিস্তৰ ক্ষতি হয় তেওঁলোকৰেই।

নৃগোষ্ঠী আৰু সম্প্ৰদায় সমূহৰ মাজত সংঘটিত হোৱা গোষ্ঠীগত সংঘৰ্ষত আটাইতকৈ বেছি ক্ষতি হয় মহিলা আৰু শিশুসকলৰ। লিংগজনিত বিভিন্নতা আৰু সামাজিক স্থিতিৰ বাবে মহিলাসকল সংঘৰ্ষৰ সময়ত আৰু পাছত অধিক সমস্যাৰ সন্মুখীন হয়। গোষ্ঠী সংঘৰ্ষত সামাজিক, অৰ্থনৈতিক, শৈক্ষিক আদি সকলো ধৰণৰ আন্তঃগাঁথনি ধ্বংস হোৱা, পাৰিৱেশিক বিশৃংখলতা, জীৱন-জীৱিকাৰ নিৰাপত্তাহীনতা ইত্যাদিয়ে সৃষ্টি কৰা সমস্যাসমূহৰ আটাইতকৈ বেছি ভুক্তভোগী হয় মহিলাসকল। সংঘৰ্ষই স্বাভাৱিক জীৱন ব্যাহত কৰাৰ পাছত বিশৃংখল পৰিস্থিতিৰ মাজত খাদ্য, আশ্ৰয়, চিকিৎসা, স্বাস্থ্য, অনাময় আদিৰ ক্ষেত্ৰত মহিলাসকলেই আটাইতকৈ বেছি সমস্যাৰ সন্মুখীন হয়। ইয়াৰ উপৰিও যৌন নিৰ্যাতন, ধৰ্ষণ, অনাকাংক্ষিত গৰ্ভধাৰণ আৰু এই আটাইবোৰৰ বাবে হোৱা সামাজিক, মানসিক, স্বাস্থ্যজনিত আদি সকলো সমস্যাৰ সন্মুখীন হয় একমাত্ৰ মহিলাসকল। ই যেন তেওঁলোকৰ বাবে সংঘৰ্ষৰ ওপৰঞ্চি অভিশাপ। অসমত গোষ্ঠী সংঘৰ্ষজনিত পৰিস্থিতিত ভুক্তভোগী মহিলাসকলে কি কি সমস্যা তথা অসুবিধাৰ সন্মুখীন হয় আৰু সেই সমস্যাক অতিক্ৰম কৰি তেওঁলোকে পাছৰ সময়ছোৱাত কেনেদৰে জীৱন পৰিক্ৰমা চলাই গৈছে, সেই বিষয়ে এই গ্ৰন্থত লিপিবদ্ধ কৰাৰ প্ৰয়াস কৰা হৈছে।

অসম সাহিত্য সভাৰ বিদ্যায়তনিক কেন্দ্ৰ 'প্ৰাচ্যবিদ্যাৰ্ণৱ ড° মহেশ্বৰ নেওগ অসমতত্ত্ব গৱেষণা সংস্থান'ৰ 'সোমেশ্বৰ দত্ত সোঁৱৰণী ন্যাস'ৰ গৱেষণা প্ৰকল্প-আঁচনিৰ বাবে মোৰ প্ৰকল্প-আঁচনি 'অসমৰ গোষ্ঠীগত সংঘৰ্ষৰ বলি মহিলাসকলৰ জীৱন সংগ্ৰাম' বিষয়টোৰ অধ্যয়নৰ উদ্দেশ্যে গোষ্ঠীগত সংঘৰ্ষই কেইবাবাৰো পীড়িত কৰা কোকৰাঝাৰ জিলাৰ সংঘৰ্ষত ক্ষতিগ্ৰস্ত গাঁওসমূহত ক্ষেত্ৰ অধ্যয়ন চলাই মহিলাসকলৰ সাক্ষাৎকাৰ লোৱা হৈছিল। সংঘৰ্ষৰ সময়ৰ তেওঁলোকৰ অভিজ্ঞতা, সমস্যা, পৰিস্থিতি নিয়ন্ত্ৰণলৈ অহাৰ পাছৰ সময়ত জীৱন আৰু জীৱিকাৰ প্ৰতি নামি অহা ভাবুকি আৰু সংঘৰ্ষৰ পাছত তেওঁলোকে চলাই যাবলগীয়া হোৱা প্ৰত্যাহ্বানমূলক জীৱন সংগ্ৰাম গৱেষণাধৰ্মিতাৰে এই গ্ৰন্থত সন্নিৱিষ্ট কৰা হৈছে।

গ্ৰন্থখনত বিষয়বস্তুক চাৰিটা অধ্যায়ত ভাগ কৰা হৈছে। প্ৰথম অধ্যায়ত এই অধ্যয়নৰ উদ্দেশ্য, গৱেষণাৰ পদ্ধতি, গোষ্ঠী সংঘৰ্ষৰ অৰ্থ আৰু গোষ্ঠী সংঘৰ্ষৰ ইতিহাস চমুকৈ উল্লেখ কৰা হৈছে। দ্বিতীয় অধ্যায়ত সংগৃহীত গৌণ তথ্যৰ যোগেদি অসমত গোষ্ঠী সংঘৰ্ষৰ আঁৰৰ ইতিহাস আৰু পটভূমিৰ এক বিস্তৃত বিৱৰণ দিবলৈ চেষ্টা কৰা হৈছে। তৃতীয় অধ্যায়ত সন্নিৱিষ্ট হৈছে গোষ্ঠী সংঘৰ্ষই মহিলাসকলৰ বাবে কেনেধৰণৰ সমস্যাৰ সৃষ্টি কৰিব পাৰে অৰ্থাৎ মহিলাসকলৰ ওপৰত গোষ্ঠী সংঘৰ্ষৰ বিভিন্ন ধৰণৰ প্ৰভাৱ সম্পৰ্কীয় এক আলোচনা। চতুৰ্থ অধ্যায়ত ক্ষেত্ৰ অধ্যয়নৰ পৰা সংগ্ৰহ কৰা তথ্য, ভুক্তভোগী মহিলাসকলৰ সৈতে হোৱা কথা-বতৰা, ক্ষেত্ৰ পৰ্যবেক্ষণৰ পৰা আহৰণ কৰা তথ্য আদি বৰ্ণনাত্মক পদ্ধতিৰে আলোচনা আৰু বিশ্লেষণ কৰা হৈছে।

গ্ৰন্থখনৰ প্ৰস্তুতিপৰ্বত আগবঢ়োৱা সহায়-সহযোগ তথা অনুপ্ৰেৰণাৰ বাবে বিভিন্নজনৰ

ওচৰত মই চিৰঋণী। প্ৰথমেই মোক লেখা-মেলাৰ এই ক্ষেত্ৰখনলৈ আগবঢ়াই লৈ যোৱা দেউতা ক্ষীৰধৰ বৰুৱা আৰু সদায় সকলো ক্ষেত্ৰতে অনুপ্ৰেৰণা যোগাই অহা মা আৰু দাদালৈ গভীৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। গ্ৰন্থখনৰ প্ৰস্তুতিৰ আৰম্ভণিৰে পৰা শেষলৈকে এই দীঘলীয়া সময়ছোৱাত বিভিন্ন ধৰণেৰে সহায়-সহযোগিতা আগবঢ়াই অহা, ক্ষেত্ৰ অধ্যয়নৰ সময়ত বহুমূলীয়া সময় ব্যয় কৰি মোক সহযোগ কৰা তথা সকলো সময়তে উৎসাহ যোগাই অহা স্বামী ত্ৰিদীব নীলিম দত্ত আৰু গ্ৰন্থখন সুকলমে সম্পন্ন কৰাৰ বাবে সদায় উৎসাহ-উদ্দীপনা যোগাই অহা মা (শাহু), দাদা, বৌ আৰু পৰিয়ালৰ আটাইলৈকে কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। বিভিন্ন সময়ত উপদেশ-পৰামৰ্শৰে উপকৃত কৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক ড° সন্ধ্যা গোস্বামী আৰু বিশিষ্ট লেখক, সাংবাদিক হেমন্ত বৰ্মন ছাৰ আৰু ক্ষেত্ৰ অধ্যয়নৰ সময়ত তথ্য সংগ্ৰহ কৰা, সংঘৰ্ষপীড়িত গাঁওসমূহ তথা ভুক্তভোগী মহিলাসকলক চিনাক্ত কৰি উলিওৱা আদি সকলো ক্ষেত্ৰতে সহায় কৰা সাংবাদিক উৎপল দে'লৈ ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ। এইগৱেষণা -প্ৰকল্পৰ তত্ত্বাৱধায়ক হিচাপে আগবঢ়োৱা সহায়-সহযোগিতাৰ বাবে অসম সাহিত্য সভাৰ সভাপতি ড° ধ্ৰুৱজ্যোতি বৰালৈকো থাকিল অশেষ কৃতজ্ঞতা। প্ৰকল্পটোৰ বাবে নিৰ্বাচিত হোৱাৰে পৰা প্ৰকল্প জমা দিয়ালৈকে এই সময়ছোৱাত বিভিন্ন ধৰণে সহায় আগবঢ়োৱা প্ৰকল্প সমন্বয়ক ড° ৰাজশ্ৰী হাজৰিকালৈ ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ। প্ৰকল্পটোৰ বাবে নিৰ্বাচিত কৰা আৰুগ্ৰন্থখন প্ৰকাশ কৰাৰ দায়িত্ব লোৱাৰ বাবে অসম সাহিত্য সভাৰ সমূহ বিষয়ববীয়া আৰু কৰ্মকৰ্তাৰ ওচৰত মই ঋণী হৈ ৰ'ম। সৰ্বোপৰি মোৰ শুভাকাংক্ষী তথা অন্তৰংগ বন্ধু-বান্ধৱীসকল, গ্ৰন্থখনৰ বেটুপাত সজাই তোলা ৰঞ্জীৱ গগৈ আৰু অংগসজ্জাত সহায় কৰি দিয়া মোহন সন্দিকৈলৈ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

'বিপন্ন সময়ৰ দস্তাবেজঃ অসমৰ গোষ্ঠী সংঘৰ্ষ আৰু মহিলাৰ জীৱন সংগ্ৰাম'- এইগ্ৰন্থখন গ্ৰন্থ হিচাপে মোৰ প্ৰথম প্ৰয়াস। সীমিত জ্ঞান আৰু সীমিত অধ্যয়েনেৰে বিষয়টোৰ এক সম্যক ধাৰণা দিবলৈ চেষ্টা কৰা হৈছে। বিষয়টো সম্পৰ্কত অধ্যয়ন কৰিবলগীয়া আৰু সংযোগ কৰিবলগীয়া আৰু বহুবোৰ দিশ আছে যিবোৰ ইয়াত সন্নিৱিষ্ট কৰিব পৰা হোৱা নাই। সহৃদয় পাঠকসকলে গ্ৰন্থখনত জ্ঞাতে বা অজ্ঞাতে ৰৈ যোৱা ভুল-ত্ৰুটিবোৰ আঙুলিয়াই দি আমাক কৃতাৰ্থ কৰিব বুলি আশা কৰিলোঁ।

**—বন্যা বৰুৱা**

০১ জানুৱাৰী, ২০১৮ খ্ৰীষ্টাব্দ

# সূচীপত্ৰ ঃ

# আৰম্ভণি

বৈচিত্ৰ্যময় উত্তৰ-পূৰ্বাঞ্চল তথা অসম বিভিন্ন জাতি-জনগোষ্ঠী, সম্প্ৰদায় আৰু নৃগোষ্ঠীৰ মিলনভূমি। যুগ যুগ ধৰি এই জাতি-জনগোষ্ঠীসমূহে মিলাপ্ৰীতিৰে বাস কৰি আহিছে। ভাষা, সংস্কৃতিৰে ভিন্ন অসমবাসীয়ে অনৈক্যৰ মাজত ঐক্যৰ সমাৱেশ ঘটাই সমিলমিলেৰে বসবাস কৰিছে। অন্য দেশ বা ৰাজ্যৰপৰা প্ৰব্ৰজন কৰি অহাসকলেও অসমতে দীৰ্ঘদিন ধৰি বাস কৰি ইয়াৰ ভাষা, সংস্কৃতিক আঁকোৱালি লৈ শান্তিৰে সহাৱস্থান কৰি আহিছে। কিন্তু কোনো কোনো সময়ত এই জাতি-জনগোষ্ঠীসমূহৰ পৰস্পৰৰ মাজত অসন্তুষ্টিৰ মনোভাৱ জাগ্ৰত হয়। তেওঁলোক সংঘৰ্ষত লিপ্ত হয় আৰু তেওঁলোকৰ মাজত থকা সামাজিক বান্ধোন শিথিল হৈ পৰে। এনে সংঘৰ্ষই কেতিয়াবা হিংসাত্মক ৰূপ লোৱাও দেখা যায়।

গোষ্ঠী সংঘৰ্ষ সংঘটিত হোৱাৰ ক্ষেত্ৰত নিৰাপত্তাৰ অভাৱ, ৰাজনৈতিক দুৰ্নীতি, চৰকাৰৰ বৈষম্যমূলক নীতি, অন্ধ দেশপ্ৰেম, অনুন্নয়ন, স্ব-ভূমিত আত্ম-পৰিচয় প্ৰতিষ্ঠাৰ প্ৰয়াস আদি বিভিন্ন কাৰকে ক্ৰিয়া কৰে। গোষ্ঠী সংঘৰ্ষই সম্প্ৰদায়সমূহৰ মাজৰ মিলাপ্ৰীতি, সামাজিক বান্ধোন, সামাজিক শৃংখলা, আন্তঃগাঁথনি, আইন ব্যৱস্থা আদিৰ ওপৰত বিৰূপ প্ৰভাৱ পেলায়। গোষ্ঠী সংঘৰ্ষৰদ্বাৰা সংঘৰ্ষ জৰ্জৰিত অঞ্চলটোৰ সকলো শ্ৰেণীৰ লোকেই ক্ষতিগ্ৰস্ত হয়, কিন্তু আটাইতকৈ বেছি ভুক্তভোগী হয় মহিলাসকল। সংঘৰ্ষৰ সময়ত বা সংঘৰ্ষৰ পাছত পীড়িত অঞ্চলসমূহত খাদ্যৰ অভাৱ, পানীৰ অভাৱ, অনাময় ব্যৱস্থাৰ অভাৱ আদি নানান সমস্যাই দেখা দিয়ে। তেনে সময়ত আশ্ৰয় শিবিৰলৈ স্থানান্তৰ হোৱাৰ পাছত শিবিৰসমূহতো তেওঁলোক এনেবোৰ সমস্যাৰ সন্মুখীন হয়। অস্বাস্থ্যকৰ পৰিৱেশৰ বাবে শিবিৰসমূহত বিভিন্ন ৰোগৰ সংক্ৰমণ হয়। এনে পৰিস্থিতিয়ে মহিলাসকলৰ প্ৰাথমিক আৰু প্ৰজনন সম্বন্ধীয় স্বাস্থ্যত বিৰূপ প্ৰভাৱ পেলায়। লিংগজনিত পাৰ্থক্যৰ বাবে এই সমস্যাসমূহৰদ্বাৰা মহিলাসকল বেছিকৈ ক্ষতিগ্ৰস্ত হয়। বহু মহিলা গৃহহীন হয়, বহুতে নিজৰ পৰিয়াল-পৰিজনক হেৰুৱায় আৰু বহুতে অকাল বৈধব্যক আঁকোৱালি ল'বলগীয়া হয়। ঘৰৰ উপাৰ্জন কৰোঁতাৰ অনুপস্থিতিত কিছুৱে অকলেই যথেষ্ট প্ৰত্যাহ্বানৰ মাজেৰে জীৱিকাৰ উপায় বিচাৰি সন্তানৰ

লালন-পালন কৰিবলৈ বাধ্য হয়। সংঘৰ্ষই সকলো ধ্বংস কৰি যোৱাৰ পাছত আপোনজনক হেৰুৱাই বিভিন্ন দায়িত্ব চম্ভালি পুনৰ জীৱনটো আৰম্ভ কৰাৰ প্ৰক্ৰিয়াটো কেৱল কষ্টকৰেই নহয়, প্ৰত্যাহ্বান আৰু অনিশ্চয়তাৰেও ভৰা। তদুপৰি তেনে সময়ত মহিলাসকল ধৰ্ষণ, বলপূৰ্বক বেশ্যাবৃত্তিত নিয়োগ আদি যৌন অত্যাচাৰৰো সন্মুখীন হ'ব লগীয়া হয়। এনে অভাৱনীয় পৰিস্থিতিত পৰা মহিলাসকল ভৱিষ্যতে মানসিক হতাশা বা মনঃপীড়া (Post Traumatic Psychological Disorder)ত ভোগাৰো সম্ভাৱনা থাকে।

এই গৱেষণা অধ্যয়নৰ জৰিয়তে অসমত সংঘটিত গোষ্ঠীগত সংঘৰ্ষৰ বলি মহিলাসকলে সংঘৰ্ষৰ সময়ত আৰু সংঘৰ্ষৰ পাছত সন্মুখীন হোৱা অৰ্থনৈতিক, স্বাস্থ্যজনিত, সামাজিক আৰু মানসিক সমস্যাসমূহৰ বিষয়ে এক ক্ষেত্ৰভিত্তিক অধ্যয়ন চলোৱা হৈছে। অধ্যয়নৰ বাবে কেইবাবাৰো গোষ্ঠীগত সংঘৰ্ষ সংঘটিত হোৱা কোকৰাঝাৰ জিলাৰ সংঘৰ্ষৰ ভুক্তভোগী একাংশ মহিলাক বাছি লোৱা হৈছে। মহিলাসকলৰ সমস্যাসমূহ স্বাস্থ্য সম্পৰ্কীয় সমস্যা, অৰ্থনৈতিক সমস্যা, সামাজিক-মানসিক সমস্যা— এই তিনিটা ভাগত বিভক্ত কৰি বিশ্লেষণ কৰা হৈছে। এই অধ্যয়নৰ নিৰ্দ্ধাৰিত লক্ষ্য আৰু উদ্দেশ্যসমূহ হ'লঃ

(ক) গোষ্ঠীগত সংঘৰ্ষ সংঘটিত হোৱা অঞ্চলত মহিলাসকল সংঘৰ্ষৰ সময়ত আৰু সংঘৰ্ষৰ পাছত কেনেধৰণৰ সমস্যাৰ সন্মুখীন হয়, সেই বিষয়ে এক অধ্যয়ন চলোৱা।

(খ) এই মহিলাসকলে সংঘৰ্ষৰ পাছত কেনেদৰে জীৱন সংগ্ৰামত ব্ৰতী হৈছে, সেই বিষয়ে অধ্যয়ন চলোৱা।

এই অধ্যয়নত প্ৰধানকৈ গুণগত (Qualitative) পদ্ধতিয়েই ব্যৱহাৰ কৰা হৈছে যদিও ঠায়ে ঠায়ে পৰিমাণগত (Quantitative) তথ্য-পাতিও উল্লেখ কৰা হৈছে। ব্যৱহাৰিক অসুবিধাৰ বাবে যিহেতু অধ্যয়ন ক্ষেত্ৰৰ সমূহ জনসমষ্টিক সামৰি ল'ব পৰা নাযায়, গতিকে যাদৃচ্ছিক নমুনাকৰণ (Random Sampling)ৰ সহায় লোৱা হৈছে। এই ক্ষেত্ৰত অঞ্চলগত, লিংগভিত্তিক আৰু ইতিহাসজনিত দিশক প্ৰাধান্য দিয়া হৈছে। সুনিৰ্দিষ্ট প্ৰশ্নবিহীন, মুকলি কথোপকথনমূলক সাক্ষাৎকাৰৰ জৰিয়তে প্ৰাথমিক তথ্য সংগ্ৰহ কৰা হৈছে। সাক্ষাৎকাৰ লোৱা ভুক্তভোগী মহিলাসকলৰ একাংশৰ অভিজ্ঞতাসমূহ বিৱৰণমূলক (Narrative



Method) পদ্ধতিৰে বিশ্লেষণ কৰা হৈছে। গৌণ তথ্যসমূহ গ্ৰন্থ, বাতৰি-কাকত, আলোচনী, গৱেষণা পত্ৰিকা, ইন্টাৰনেট আদিৰপৰা সংগৃহীত।

গোষ্ঠীগত সংঘৰ্ষই মহিলাৰ ওপৰত পেলোৱা প্ৰভাৱৰ বিষয়ে পূৰ্বে অধ্যয়ন কৰা হৈছে যদিও সেয়া অতি সীমিত। এই সমস্যাটোৰ সম্পৰ্কত অধিক বিস্তৃত অধ্যয়নৰ প্ৰয়োজন আছে। অধ্যয়নটোৱে সেই অভাৱ কিছু পূৰণ কৰিবলৈ সক্ষম হ'ব বুলি আশা কৰা হৈছে। সংঘৰ্ষৰ বলি হোৱা মহিলাসকলৰ পুনৰসংস্থাপনৰ বাবে চৰকাৰ তথা নীতি নিৰ্ধাৰকসকলৰ দৃষ্টি আকৰ্ষণ কৰাত আৰু বেচৰকাৰী সংস্থা তথা নতুন গৱেষকসকলকো প্ৰকল্পটোৱে সহায় কৰিব পাৰিব বুলি আশা কৰা হৈছে।

## সংঘৰ্ষ মানে কি ?

সাধাৰণ অৰ্থত সংঘৰ্ষ হ'ল বিপৰীত শক্তিৰ মাজত হোৱা সংঘাত, অমত বা সংগ্ৰাম। ই হ'ল আদৰ্শ, মতবাদ, বিশ্বাস আদিৰ পৰা জন্ম হোৱা বিৰোধমূলক পৰিস্থিতি। ৰাষ্ট্ৰীয় সংঘাত হ'ল ৰাষ্ট্ৰৰ বিভিন্ন দলৰ মাজত হোৱা সংঘাত। এয়া অন্তৰ্গোষ্ঠীয়, অন্তৰ্ধৰ্মীয় বা সম্পদক লৈ হোৱা প্ৰতিযোগিতাও হ'ব পাৰে।[১] সংঘৰ্ষজনিত পৰিস্থিতি সৃষ্টি হোৱাৰ বিভিন্ন কাৰণ থাকিব পাৰে। সেয়া হ'ল, নিৰাপত্তাৰ অভাৱ, উগ্ৰ জাতীয়তাবাদ, ৰাজনৈতিক দুৰ্নীতি, চৰকাৰৰ বৈষম্যমূলক নীতি, পৰিচয় প্ৰতিষ্ঠাৰ যুঁজ, অৰ্থনৈতিক অনুন্নয়ন, অবৈধ প্ৰব্ৰজন, জনসংখ্যা বৃদ্ধি, নিবনুৱা সমস্যা আদি। সংঘৰ্ষ আৰু হিংসা মানুহৰ আচৰণ আৰু সামাজিক সম্বন্ধৰ এৰাব নোৱৰা উপাদান। মানৱ বুৰঞ্জীৰ আৰম্ভণিৰেপৰাই সংঘৰ্ষৰ বুৰঞ্জীও আৰম্ভ হোৱা বুলি ক'ব পাৰি।[২]

সংঘৰ্ষ শব্দটোৰ পৰিসৰ ব্যাপক। ৰাষ্ট্ৰসমূহৰ মাজত হোৱা যুদ্ধ, আভ্যন্তৰীণ সংঘৰ্ষ, গোষ্ঠীসমূহৰ মাজত হোৱা সংঘাত, বিচ্ছিন্নতাবাদী আন্দোলন আদিও ইয়াৰ অন্তৰ্ভুক্ত। সাম্প্ৰদায়িক হিংসা, জাতিভিত্তিক বা গোষ্ঠী সংঘাত, সন্ত্ৰাসবাদী আক্ৰমণ আদিও ইয়াৰ পৰিসৰৰ ভিতৰতে পৰে।[৩]

সংঘৰ্ষ বিভিন্ন প্ৰকাৰৰ হ'ব পাৰে। তাৰে ভিতৰত প্ৰধান হ'ল — নিজৰ মাজত হোৱা

সংঘাত যি এজন ব্যক্তিৰ নিজৰ মনৰ মাজত হ'ব পাৰে, দুজন বা ততোধিক ব্যক্তিৰ মাজত কোনো এটা বিষয় লৈ সংঘাত হ'লে তাক কোৱা হয় অন্তৰ্ব্যক্তিক সংঘাত। অন্তঃদলীয় সংঘাত হ'ল এটা দলৰ ভিতৰতে দলটোৰ এটা অংশ আৰু কোনো ব্যক্তিৰ মাজত হোৱা সংঘাত। অন্তৰ্দলীয় সংঘাত হ'ল বেলেগ বেলেগ দল, শ্ৰেণী নাইবা পৰিয়ালৰ মাজত হোৱা সংঘাত। ৰাষ্ট্ৰ এখনৰ বিভিন্ন দলৰ মাজত হোৱা সংঘাত হ'ল ৰাষ্ট্ৰীয় সংঘাত। ৰাষ্ট্ৰীয় সংঘাত অন্তৰ্গোষ্ঠীয়, অন্তৰ্ধৰ্মীয় বা সম্পদৰ বাবে প্ৰতিযোগিতাও হ'ব পাৰে। সংঘৰ্ষৰ আন এটা প্ৰকাৰ হ'ল আন্তঃৰাষ্ট্ৰীয় সংঘাত। ই ৰাষ্ট্ৰসমূহৰ মাজত আদৰ্শগত কাৰণত, প্ৰাদেশিক দাবী নাইবা ৰাজনৈতিক প্ৰতিযোগিতাৰ বাবেও হ'ব পাৰে।[৪]

## গোষ্ঠীগত সংঘৰ্ষৰ অৰ্থ

দুটা বা ততোধিক নৃগোষ্ঠী বা সম্প্ৰদায়ৰ মাজত হোৱা সংঘৰ্ষক গোষ্ঠীগত সংঘৰ্ষ বুলি কোৱা হয়। গোষ্ঠীগত সংঘৰ্ষক হিংসাত্মক সংঘাতৰ এক অংশ বুলি ক'ব পাৰি, য'ত জাতীয়, গোষ্ঠীগত, ধৰ্মীয় নাইবা অন্যান্য সাম্প্ৰদায়িক সংখ্যালঘুসকলে প্ৰভুত পৰিৱৰ্তন বিচাৰি প্ৰশাসনক প্ৰত্যাহ্বান জনায়। এখন ৰাষ্ট্ৰত বাস কৰা আবাসীসকলৰ ধৰ্মীয় গাঁথনিয়ে গোষ্ঠী সংঘৰ্ষত প্ৰভাৱ পেলাব পাৰে। দাঁতিকাষৰীয়া ৰাষ্ট্ৰত হোৱা গোষ্ঠী সংঘৰ্ষই সেই ৰাষ্ট্ৰৰ সীমামূৰীয়া অঞ্চলসমূহতো তেনে সংঘৰ্ষ হোৱাৰ সম্ভাৱনা বৃদ্ধি কৰে। যুগ যুগ ধৰি গোষ্ঠী সংঘৰ্ষসমূহ আন্তঃৰাষ্ট্ৰীয় ৰাজনীতিৰ এক উপাদান হৈ আহিছে। আনকি আজিও বিশ্বজুৰি গোষ্ঠী সংঘৰ্ষসমূহ সশস্ত্ৰ সংঘাতৰ এক সাধাৰণ অংশ হৈ আছে।

## গোষ্ঠী সংঘৰ্ষৰ ইতিহাস

ইতিহাসৰ পাত লুটিয়ালে আমি দেখা পাওঁ যে বিশ্বৰ ৰাজনৈতিক ইতিহাস বিভিন্ন সময়ত বিভিন্ন ধৰণৰ সৰু-বৰ সংঘৰ্ষেৰে ভৰা। অতীতৰপৰা বৰ্তমানলৈকে পৃথিৱীত অসংখ্য গোষ্ঠী সংঘৰ্ষ হোৱাৰ উদাহৰণ আছে। ১৮৯০ দশকৰ শেষৰ ফালে অট'মান সাম্ৰাজ্যত চৰম



ৰাষ্ট্ৰীয়তাবাদী শক্তিসমূহে বিস্তৃতভাৱে প্ৰভাৱ বিস্তাৰ কৰিবলৈ আৰম্ভ কৰিছিল। জাতীয়তাবাদৰ আবেগে ইছলামীয় তুৰ্কী আৰু খ্ৰীষ্টান আৰ্মেনীয়সকলৰ শান্তিপূৰ্ণ সহাৱস্থানত ব্যাঘাত জন্মাইছিল। প্ৰায় ২৫ বছৰৰ ভিতৰত ১০ লাখৰো অধিক লোকে গণহত্যাত প্ৰাণ হেৰুৱাইছিল আৰু প্ৰথম বিশ্বযুদ্ধৰ সময়ত এই পৰিস্থিতি অধিক শোচনীয় হৈ পৰিছিল। ১৯৩০ৰ দশকৰ প্ৰথমৰ ভাগত আৰম্ভ হোৱা আন এটা নৃশংস গণহত্যা আছিল ইহুদীসকলৰ ওপৰত হিটলাৰৰ নাজী বাহিনীয়ে চলোৱা আক্ৰমণ। প্ৰথম বিশ্বযুদ্ধৰ সময়ৰ পৰাই ইউৰোপীয় সাম্ৰাজ্যবাদৰ বাবে আফ্ৰিকা মহাদেশৰ বিভিন্ন গোষ্ঠীসমূহে সংঘাতৰ সন্মুখীন হ'ব লগা হৈছিল। আফ্ৰিকাৰ ৰুৱাণ্ডাত হোৱা এটা উল্লেখযোগ্য গোষ্ঠী সংঘাত হ'ল হুটু আৰু টুট্‌চিসকলৰ মাজত হোৱা সংঘৰ্ষ। সেই সংঘৰ্ষত প্ৰায় ৫ লাখৰো অধিক লোক নিহত হ'ব লগা হৈছিল। আফ্ৰিকাৰ নাইজেৰিয়া, ছোমালিয়া, উগাণ্ডা, কেনিয়া আদিতো গোষ্ঠী সংঘাত হৈছিল।[৫] বছনিয়াৰ যুদ্ধ অন্য এটা বৃহৎ আন্তঃৰাষ্ট্ৰীয় গোষ্ঠী সংঘৰ্ষ। এই সংঘৰ্ষ ১৯৯২ৰপৰা ১৯৯৫ৰ এই সময়ছোৱাত বছনিয়া আৰু হাৰ্জেগভিনাৰ মাজত সংঘটিত হৈছিল।[৬]

দক্ষিণ-এছীয় দেশবোৰো ব্যাপকভাৱে গোষ্ঠী সংঘৰ্ষৰ সাক্ষী হৈ আহিছে। পাকিস্তানৰ ছিয়া আৰু ছুন্নী সম্প্ৰদায়ৰ মাজৰ সংঘৰ্ষ, শ্ৰীলংকাৰ মুহাজিৰ আৰু সিন্ধি আৰু তামিল আৰু সিংহলীসকলৰ সংঘৰ্ষ, বাংলাদেশত মুছলমান আৰু বৌদ্ধসকলৰ মাজৰ সংঘৰ্ষ, ভূটানত দ্ৰাকপা আৰু হোটচাম্পাচ, নেপালত বাহুন-ছেত্ৰী আৰু জনজাতি, বাহুন-ছেত্ৰী আৰু নেৱাৰসকলৰ মাজৰ সংঘৰ্ষ আদি দক্ষিণ-এছীয় দেশৰ কিছুমান উল্লেখযোগ্য গোষ্ঠী সংঘৰ্ষ।[৭]

ভাৰতত সময়ে সময়ে বিভিন্ন সম্প্ৰদায় বা ধৰ্মীয় গোষ্ঠীৰ মাজত সংঘৰ্ষ হৈ আহিছে। ১৯৪৭ চনৰ ভাৰত বিভাজনৰ পাছৰ সময়ছোৱাত ভাৰতৰ বিভিন্ন অঞ্চলত ব্যাপকভাৱে বিশেষকৈ হিন্দু আৰু মুছলমান সম্প্ৰদায়ৰ মাজত সাম্প্ৰদায়িক সংঘাতৰ ঘটনা ঘটিছিল। তেনে সংঘৰ্ষৰ ভিতৰত ১৯৬৯ চনত গুজৰাটত আৰু ১৯৮৯ চনত ভাগলপুৰত হোৱা সংঘৰ্ষৰ কথা ক'ব পাৰি। ১৯৮৪ চনত পঞ্জাৱ আৰু দিল্লীত সংঘটিত হোৱা শিখ গণহত্যাত চৰকাৰী তথ্যমতে ২৮০০ আৰু বেচৰকাৰী হিচাপমতে প্ৰায় ৮০০০ শিখ লোকক

নৃশংসভাৱে হত্যা কৰা হৈছিল।[৮] ২০০২ চনত গুজৰাটত সংঘটিত হোৱা গুজৰাটৰ গণহত্যা হিচাপে অভিহিত হিন্দু আৰু মুছলমানৰ মাজৰ সংঘৰ্ষত প্ৰায় ১৯০০-২০০০ লোকৰ মৃত্যু হৈছিল।[৯] উত্তৰ-পূৰ্বাঞ্চলতো বিভিন্ন সম্প্ৰদায়ে নিজৰ পৰিচয় তথা স্বতন্ত্ৰতা প্ৰতিষ্ঠাৰ বাবে সময়ে সময়ে সংঘৰ্ষত লিপ্ত হৈছিল আৰু সেইবোৰে বহুসময়ত হিংসাত্মক ৰূপো লৈছিল। ১৯৯২ চনত কুকি আৰু নগাসকলৰ মাজৰ হিংসাত্মক গোষ্ঠী সংঘৰ্ষ ১৯৯৮ চনৰ শেষৰ ভাগলৈকে চলিছিল। তাৰ পাছতেই আকৌ ১৯৯৩ চনত মেইটেই আৰু মুছলমানসকলৰ মাজত আৰু ১৯৯৭-৯৮ চনত কুকি-পাইতসকলৰ সংঘৰ্ষ সংঘটিত হৈছিল। ১৯৯৫-৯৬ চনত নাগালেণ্ডৰ ফেক জিলাত হোৱা ছাখেচাং-তাংখুলসকলৰ মাজত হোৱা সংঘৰ্ষও উল্লেখযোগ্য।[১০] কোনো কোনো সময়ত উগ্ৰপন্থী আৰু উগ্ৰপন্থা দমনৰ অভিযানসমূহেও সংঘৰ্ষৰ পৰিস্থিতিৰ সৃষ্টি কৰিছিল আৰু বিভিন্ন গোষ্ঠীৰ মানৱ অধিকাৰ খৰ্ব কৰিছিল। অতি দুঃখজনক কথা যে, ১৯৭৯ চনৰ আগলৈকে শান্ত হৈ থকা অসমত লাহে লাহে সংঘৰ্ষজনিত পৰিস্থিতিৰ সৃষ্টি হ'ল।[১১] সম্প্ৰদায়সমূহৰ মাজত হোৱা সশস্ত্ৰ সংঘাতে মানুহৰ শাৰীৰিক, মানসিক, সাংস্কৃতিক, অৰ্থনৈতিক আদি দিশৰ বিস্তৰ ক্ষতি সাধন কৰিলে।[১২]

******



## প্ৰসংগ টোকা ঃ

[১] Aheibam Koireng Singh, (2012), *Removing the Veil: Issues in North-East Conflict*, NCD: Essential Books, p.1

[২] Navnita Chadha Behra, (2006), *Gender, Conflict and Migration,* New Delhi, Sage publications India Pvt. Ltd., p. 24.

[৩] Oyedolapo Babatunde Durojaye, Abiodun Joseph Oluwadare & Mathias E. Jarikre, *Fundamentals of Peace Studies and Conflict Resolution*, Course Guide, National Open University of Nigeria, 2013.

[৪] Nguyen Mai, *Causes of Ethnic Conflict: Examining the Role of Religious Diversity and Contagion Effects*, Research Paper.

[৫] http:// [Regents Prep Global History] Conflict_Ethnic Conflict

[৬] http://en.wikipedia.org/wiki/Bosnian_War

[৭] P.N. Rastogi, *Ethno-Social Conflict and National Integration*, Gyan Publishing House, New Delhi, 1993, p.7.

[৮] https://en.wikipedia.org/wiki/1984_anti-Sikh_riots

[৯] https://en.wikipedia.org/wiki/2002_Gujarat_riots

[১০] A.K. Singh, *Ethnicity and Inter Community Conflict: A Case Study of Kuki-Naga in Manipur*, Akansha Publishing House, Ne Delhi, 2008. p.13.

[১১] Kanaksen Deka, *Assam in The Twenty First Century*, Guwahati, 1999.

[১২] Ibid

# অসমত গোষ্ঠী সংঘৰ্ষৰ পটভূমি

ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চল ভাষিক, জনগোষ্ঠীয়, নৃগোষ্ঠীয়, সাংস্কৃতিক, প্ৰাকৃতিক সম্পদ, সৌন্দৰ্য আদি বিভিন্ন দিশত চহকী আৰু বৈশিষ্ট্যপূৰ্ণ। ভাৰতৰ জনসংখ্যাৰ প্ৰায় ৪ শতাংশ লোকে বাস কৰা উত্তৰ-পূৰ্বাঞ্চলে ভাৰতৰ ভৌগোলিক এলেকাৰ প্ৰায় ৮ শতাংশ অধিকাৰ কৰি আছে। এই অঞ্চলটোক বাংলাদেশ, ভূটান, চীন আৰু ম্যানমাৰ এই চাৰিখন দেশে আগুৰি আছে। অঞ্চলটোৰ সীমান্ত অংশৰ প্ৰায় ৯৬ শতাংশই আন্তঃৰাষ্ট্ৰীয় পৰিসীমা। উপ-জাতীয়তাবাদ, আঞ্চলিক আৰু নৃগোষ্ঠীয় পৰিচয়, অবৈধ অনুপ্ৰৱেশ আৰু হিংসাত্মক বিচ্ছিন্নতাবাদী আন্দোলনসমূহে এই বিচিত্ৰ অঞ্চলটোক মাজে-সময়ে প্ৰভাৱিত কৰি আহিছে। ভাৰতৰ স্বাধীনতা লাভৰ সময়ত অসম ভাৰতৰ ভিতৰতে এখন সমৃদ্ধিশালী ৰাজ্য আছিল। তাৰ প্ৰায় ছটা দশকৰ পাছত সেই অঞ্চলটোৱেই ভাৰতৰ ভিতৰত এটা অশান্ত আৰু পিছপৰা অঞ্চল ৰূপে পৰিচিত হ'ল।

অসমত গোষ্ঠীগত সংঘৰ্ষৰ এক বৈশিষ্ট্যপূৰ্ণ অতীত আছে। ঘাইকৈ অনুপ্ৰৱেশ, অন্ধ দেশপ্ৰেম, ঔপনিৱেশিক ক্ষমতাৰ গাঁথনি, ভাষা আৰু পৰিচয় প্ৰতিষ্ঠা আদিৰ বাবেই এনে সংঘৰ্ষবোৰ সংঘটিত হৈছিল। শতিকাজুৰি ব্ৰহ্মপুত্ৰ উপত্যকাত মানুহৰ প্ৰব্ৰজন এক উল্লেখযোগ্য পৰিঘটনা হিচাপে পৰিলক্ষিত হয়। চুবুৰীয়া দক্ষিণ-এছীয় দেশবোৰৰ পৰা অসমলৈ মংগোলীয় গোষ্ঠীৰ বহুসংখ্যক লোক আহিছিল। ১৮২৬ চনত অসমৰ শাসনভাৰ হাতত লোৱাৰ পাছত বৃটিছে চাহ আৰু তৈল উদ্যোগ স্থাপন কৰিছিল আৰু সেই উদ্যোগৰ গুৰুত্বপূৰ্ণ পদবীসমূহত বাংলাভাষী হিন্দুসকলক আনি নিয়োগ কৰিছিল। এই কাৰ্যই অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ মনত বাংলাভাষীসকলৰ প্ৰতি বিদ্বেষৰ ভাব জন্মাইছিল। অসমৰ স্থানীয় মানুহখিনিৰ চাহ-বাগিচাত কাম কৰাৰ প্ৰতি অনীহা দেখি বৃটিছে বাগিচাসমূহত সস্তীয়া শ্ৰমৰ চাহিদা পূৰাবলৈ ঝাৰখণ্ড আৰু উৰিষ্যাৰ পৰা আদিবাসী লোকৰ প্ৰব্ৰজনত উৎসাহ যোগাইছিল আৰু জীৱন ধাৰণৰ মান উন্নত হোৱাৰ আশাত এই লোকসকলে অসমলৈ প্ৰব্ৰজন কৰিছিল। বৃটিছে স্কুল, কাছাৰীত অসমীয়া ভাষা প্ৰচলনৰ দাবীক অস্বীকাৰ কৰিছিল। প্ৰব্ৰজনকাৰী



বাঙালী আৰু থলুৱা অসমীয়াসকলৰ মাজৰ ভাষিক সংঘাতে দুয়োটা সম্প্ৰদায়ৰ মাজত সামাজিক-সাংস্কৃতিক সংঘাতৰ সৃষ্টি কৰিছিল।[১]

অসমত অবৈধ অনুপ্ৰৱেশকাৰী বিৰোধী আন্দোলনৰ ফলত চলা হত্যা, হিংসা আদিৰ পৰাই ১৯৭৯ চনত উগ্ৰপন্থা আৰম্ভ হৈছিল।[২] অন্য ঠাইৰপৰা বিশেষকৈ বাংলাদেশৰ পৰা অহা প্ৰব্ৰজনকাৰীসকলে অঞ্চলটোৰ জনসংখ্যাৰ চিত্ৰখন সলনি কৰিছিল আৰু ই থলুৱা মানুহখিনিৰ মনত এই প্ৰব্ৰজনকাৰীসকলৰ প্ৰতি বিভাজনৰ মনোভাৱহে সৃষ্টি কৰিছিল। অবৈধ অনুপ্ৰৱেশকাৰীসকলৰ বিষয়ে প্ৰকৃত তথ্য এতিয়ালৈকে উপলব্ধ হোৱা নাই। গতিকে এইটো এটা বিতৰ্কিত বিষয়। ইয়াৰ ফলত বিদেশী বহিষ্কাৰ আন্দোলন আৰম্ভ হৈছিল আৰু ইয়াক অসম আন্দোলন বুলি জনা যায়। এই আন্দোলনৰ দাবীসমূহ আছিল বিদেশীসকলক চিনাক্তকৰণ, ভোটাৰ তালিকাৰ পৰা তেওঁলোকৰ নাম কৰ্তন আৰু তেওঁলোকক নিজৰ দেশলৈ ওভতাই পঠোৱা।[৩]

এই আন্দোলনটো ১৯৭৯ চনৰ জুলাই মাহত সদৌ অসম ছাত্ৰ সন্থা (আছু) আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ নেতৃত্বত আৰম্ভ হৈছিল। ১৯৭৯ চনৰ শেষৰ ফালে এই আন্দোলনে এক হিংসাত্মক ৰূপ লৈছিল। ১৯৮৫ চনৰ আগষ্ট মাহত কেন্দ্ৰীয় চৰকাৰ আৰু আন্দোলনৰ নেতাসকলৰ মাজত ঐতিহাসিক অসম চুক্তি স্বাক্ষৰিত হৈছিল আৰু তাৰ লগে লগেই আন্দোলনৰো অন্ত পৰিছিল।[৪] বিশিষ্ট চিন্তাবিদ, লেখক ড° হীৰেন গোঁহাইৰ ভাষাত, "বিদেশী নাগৰিক'ৰ বিৰুদ্ধে চলা বিদ্ৰোহটোৱে এক বিশাল আন্দোলনৰ ৰূপ ধাৰণ কৰিছিল য'ত শ-শ, হাজাৰ হাজাৰ সাধাৰণ জনতা পথলৈ ওলাই আহিছিল।"[৫] 'ইক'নমিক এণ্ড পলিটিকেল উইক্‌লি'ত প্ৰকাশ পোৱা এখন গৱেষণাপত্ৰত বিশিষ্ট সমাজ বিজ্ঞানী, লেখক ড° অমলেন্দু গুহই লিখিছিল, 'The anti-foreigner movement was 'gentry nationalism' and not the 'peasant nationalism''।[৬] বিদেশী বিৰোধী আন্দোলনৰ আৰম্ভণিৰ সময়ছোৱাত প্ৰব্ৰজনীয় মূলৰ মুছলমানসকলক 'বিদেশী' বুলি অত্যাচাৰ কৰা হৈছিল। চৰকাৰী তথ্য মতে, ১৯৭৯ চনৰপৰা ১৯৮২ চনৰ ডিচেম্বৰ মাহলৈকে ২৭২টা হত্যাৰ ঘটনা, ১৪০৪টা অত্যাচাৰ, ৪২৫টা ঘৰ জ্বলোৱা আৰু ৩৩০টা বোমা বিস্ফোৰণ

আৰু বোমা উদ্ধাৰৰ ঘটনা সংঘটিত হৈছিল।[7]

১৯৭৯ চনৰ ৭ এপ্ৰিলত অসমৰ শিৱসাগৰ জিলাত আলফা (United Liberation Front of Assam) নামৰ এটা উগ্ৰপন্থী সংগঠনৰ জন্ম হয়। এই সংগঠনৰ লক্ষ্য আছিল ভাৰতৰ পৰা বিচ্ছিন্ন হৈ পূৰ্ণ স্বাধীনতা লাভ কৰা। এই বিচ্ছিন্নতাবাদী সশস্ত্ৰ সংগঠন গঢ় লৈ উঠাৰ আঁৰত আছিল বহুবোৰ কাৰক। এই কাৰকবোৰ আছিল, ভাৰতৰ মূল ভূ-খণ্ডৰ সৈতে উত্তৰ-পূৰ্বাঞ্চলৰ ভৌগোলিক বিচ্ছিন্নতা, অসমলৈ ব্যাপক হাৰত হোৱা প্ৰব্ৰজন, ভাৰতৰ কেন্দ্ৰীয় চৰকাৰৰ অতিকেন্দ্ৰিক প্ৰৱণতাৰ ফলত অসমৰ জনসাধাৰণে নিজকে বঞ্চিত বুলি অনুভৱ কৰা, অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ নেতৃত্বত গঢ় লৈ উঠা জাতীয়তাবাদী ভাৱধাৰা আৰু সেই শ্ৰেণীটোৰ হাতত ক্ষমতা পুঞ্জীভূত কৰি ৰখাৰ প্ৰক্ৰিয়া, পৃথিৱীৰ বিভিন্ন ঠাইত সংগঠিত ঔপনিৱেশিকতা বিৰোধী আন্দোলনে গঢ়ি তোলা জাতীয় স্বতন্ত্ৰতা আৰু আত্মনিয়ন্ত্ৰণৰ ধাৰণাৰ প্ৰভাৱ ইত্যাদি।[8]

১৯৭৯ চনৰ ২৮ মাৰ্চত মঙলদৈ লোকসভা সমষ্টিৰ সাংসদ হীৰালাল পাটোৱাৰীৰ মৃত্যুৰ পাছত সমষ্টিটোৰ নিৰ্বাচনৰ প্ৰসংগ ওলাওঁতে এক হুলস্থূলীয়া পৰিস্থিতিৰ সৃষ্টি হয়। ইতিমধ্যে ভাৰতৰ মুখ্য নিৰ্বাচন আয়ুক্ত শ্যামলাল শাকধৰে অসম চৰকাৰলৈ দুবাৰকৈ জাননী প্ৰেৰণ কৰি সতৰ্ক কৰি দিছিল যে, অসমৰ ভোটাৰ তালিকাত ভালেসংখ্যক বিদেশী লোকৰ নাম অন্তৰ্ভুক্ত হৈ আছে। তেওঁ এই শংকাও প্ৰকাশ কৰিছিল যে, অসমৰ ভোটাৰ তালিকাত থকা বাংলাদেশী লোকৰ নাম যদি আঁতৰাব পৰা নাযায়, তেন্তে বিংশ শতিকাৰ শেষলৈ অসমৰ জনসংখ্যা সেই সময়ৰ তুলনাত দুগুণ হৈ পৰিব। শাকধৰে প্ৰকাশ কৰা এই তথ্য আৰু শংকাক ভিত্তি কৰি ১৯৭৯ চনৰ ৮ জুনত সদৌ অসম ছাত্ৰ সন্থাই ১২ ঘণ্টীয়া অসম বন্ধৰে বিদেশী বিতাড়ন আন্দোলন আনুষ্ঠানিকভাৱে আৰম্ভ কৰিছিল। সেই অসম বন্ধৰ পাছত একে বছৰৰে ৬ নৱেম্বৰত জজ খেলপথাৰত আছু-গণসংগ্ৰাম পৰিষদৰ নেতৃত্বত এক বিশাল গণসমাৱেশৰ আয়োজন কৰা হয়। তাৰ পিছতেই আৰম্ভ হয় অসম আন্দোলনৰ ধাৰাবাহিক সংগ্ৰামৰ কাৰ্যসূচী। ১৯৭৯ চনৰ ১২ৰ পৰা ১৭ নৱেম্বৰলৈ গণ সত্যাগ্ৰহ আৰু ১৯ৰ পৰা ২১ নৱেম্বৰলৈ চৰকাৰী কাৰ্যালয়বোৰত পিকেটিং কৰাৰ সিদ্ধান্ত লোৱা হৈছিল।



গণ সত্যাগ্ৰহৰ প্ৰভাৱ সমগ্ৰ অসমতে পৰাৰ বাবে অসম চৰকাৰে সকলো স্কুল-কলেজ অনিৰ্দিষ্ট কালৰ বাবে বন্ধ কৰি দিছিল। ১৯৭৯ চনৰ ১৩ নৱেম্বৰত পশ্চিমবংগ কংগ্ৰেছৰ প্ৰাক্তন সভাপতি আৰু কেন্দ্ৰীয় চৰকাৰৰ এগৰাকী প্ৰাক্তন মন্ত্ৰী প্ৰিয়ৰঞ্জন দাসমুন্সিয়ে অসমৰ পৰিস্থিতি সন্দৰ্ভত কলিকতাত এখন সংবাদমেলৰ আয়োজন কৰিছিল। সংবাদমেলত তেওঁ কৈছিল যে অসমৰ পৰিস্থিতিৰ যাতে অধিক অৱনতি ঘটিব নোৱাৰে, তাৰ বাবে ৰাজ্যখনত কেন্দ্ৰীয় সংৰক্ষিত বাহিনী (চি আৰ পি এফ) নিয়োগ কৰিব লাগে। অসমৰ আভ্যন্তৰীণ বিষয় এটাত পশ্চিমবংগৰ লোক এজনে মন্তব্য কৰাক কেন্দ্ৰ কৰি অসমবাসী জাঙুৰ খাই উঠিছিল। অসমবাসীয়ে সেই মন্তব্যক চূড়ান্ত অসমবিদ্বেষী বুলি গণ্য কৰিছিল আৰু ইয়েই অসমীয়া আৰু বাঙালীসকলৰ মাজত সংঘাতৰ ক্ষেত্ৰত অৰিহণা যোগাইছিল। গণ সত্যাগ্ৰহৰ সময়তে কিছুমান বিভ্ৰান্তিমূলক কথা প্ৰচাৰ কৰা হৈছিল। বিভিন্ন ঠাইত প্ৰচাৰ চলোৱা হৈছিল যে, এই আন্দোলন কেৱল বিদেশীৰ বিৰুদ্ধেই নহয়, সকলো অনা-অসমীয়া আৰু বহিৰাগতৰ বিৰুদ্ধে। তেনে প্ৰচাৰে ভালেসংখ্যক অনা-অসমীয়া সম্প্ৰদায়ৰ মাজত সন্দেহৰ উদ্ৰেক কৰিছিল।

গণ সত্যাগ্ৰহ, পিকেটিং আদি চলি থকাৰ মাজতো মুখ্য নিৰ্বাচন আয়ুক্ত এছ এল শাকধৰে ২১ নৱেম্বৰত বাকী ৰাজ্যৰ লগতে অসমতো নিৰ্বাচন অনুষ্ঠিত কৰাৰ কথা ঘোষণা কৰাৰ লগে লগে আন্দোলন হিংসাত্মক হৈ পৰিছিল। ১২ ডিচেম্বৰত অসমত পোনপ্ৰথমবাৰৰ বাবে ৰাষ্ট্ৰপতিৰ শাসন বলবৎ কৰা হয়। জনসাধাৰণে নিৰ্বাচন বন্ধ ৰাখিবলৈ বাৰে বাৰে আন্দোলন, প্ৰতিবাদ, সত্যাগ্ৰহ আদি কাৰ্যসূচী চলাই গ'লেও সেই দাবীবোৰক বিশেষ গুৰুত্ব দিয়া হোৱা নাছিল। ১৯৮০ চনৰ ৩ আৰু ৫ জানুৱাৰীত বৰ্তমানৰ বাক্সা জিলাৰ বাগানপাৰাৰ ন-বস্তিত এক ভয়ানক হত্যা সংঘটিত হৈছিল। সেই অঞ্চলৰ ছাত্ৰনেতা দিলীপ হুজুৰীক দিন দুপৰতে হত্যা কৰা হৈছিল। সেই ঘটনাৰ পাছতে উত্তৰ কামৰূপত (বৰ্তমান বাক্সা জিলাত) ব্যাপকভাৱে হিংসাত্মক ঘটনা ঘটিবলৈ ধৰিছিল। ৬, ৭ জানুৱাৰীত বৰ্তমানৰ বৰপেটা জিলাৰ অন্তৰ্গত সৰ্থেবাৰী, মাটিখোৱা, নেউলৰ ভিঠা, কাৱৈমাৰী আদি ঠাইৰ কেইবাখনো গাঁও অভিবাসী মুছলমান লোকে জ্বলাই দিছিল। ৭ জানুৱাৰীৰ দিনা নলবাৰী জিলাৰ

মুকালমুৱাত হোৱা সংঘৰ্ষত আন্দোলনকাৰীৰ আক্ৰমণত দুজন লোকৰ মৃত্যু হৈছিল। আন্দোলনকাৰীয়ে মুকালমুৱা অঞ্চলৰ বাংলাভাষী লোকৰ ঘৰত সংঘবদ্ধ আক্ৰমণ চলাইছিল।[৯]

১৯৮৩ চনৰ জানুৱাৰী মাহত কংগ্ৰেছৰ নেতৃত্বৰ ভাৰত চৰকাৰে ১২৬ জনীয়া অসম বিধান সভা আৰু ১২ টা লোকসভা সমষ্টিৰ নিৰ্বাচন অনুষ্ঠিত কৰাৰ সিদ্ধান্ত ঘোষণা কৰিছিল। ভোটাৰ তালিকাৰপৰা বিদেশীৰ নাম আঁতৰোৱা নোহোৱালৈকে নিৰ্বাচন অনুষ্ঠিত নকৰাৰ দাবী জনোৱা অসম আন্দোলনৰ নেতাসকলে কেন্দ্ৰীয় চৰকাৰৰ এই সিদ্ধান্তৰ তীব্ৰ বিৰোধিতা কৰিছিল আৰু নিৰ্বাচনত অংশগ্ৰহণ নকৰাৰ সিদ্ধান্ত লৈছিল। সদৌ অসম ছাত্ৰ সন্থা (আছু)ৰ সদস্য আৰু সমৰ্থকসকলে অসমত নিৰ্বাচন অনুষ্ঠিত হোৱাত বাধা প্ৰদান কৰিবলৈ উঠি-পৰি লাগিছিল। কেন্দ্ৰীয় চৰকাৰৰ সৈতে সেই বিষয়ৰ আলোচনাত ব্যৰ্থ হৈ উভতি অহাৰ বাটত আছুৰ নেতা প্ৰফুল্ল কুমাৰ মহন্ত আৰু ভৃগু ফুকনক কেন্দ্ৰীয় চৰকাৰৰ তৎপৰতাত গ্ৰেপ্তাৰ কৰা হৈছিল। একে সময়তে কেন্দ্ৰীয় চৰকাৰে ১৪, ১৭ আৰু ২০ ফেব্ৰুৱাৰীত নিৰ্বাচনৰ হোৱাৰ কথা ঘোষণা কৰিছিল। নিৰ্বাচনৰ বিৰোধিতা কৰাসকলৰ মাজত আন্দোলনৰ নেতা তথা সদস্যসকলৰ উপৰিও এক বুজন সংখ্যক স্থানীয় অসমীয়া নাগৰিকো আছিল।[১০] অসমৰ জনসাধাৰণৰ আশা-আকাংক্ষা আৰু শংকাৰ প্ৰতি সন্মান নজনাই অবৈধ নাগৰিকৰ নাম থকা ভোটাৰ তালিকাৰে বিধানসভাৰ নিৰ্বাচন অনুষ্ঠিত কৰিবলৈ যোৱাটোক অসমৰ অধিকাংশ ৰাইজে সহজভাৱে গ্ৰহণ কৰিব পৰা নাছিল আৰু অসমবাসীৰ বিৰোধভাৱৰ ফলত আৰম্ভ হৈছিল অসমৰ আটাইতকৈ ৰক্তাক্ত অধ্যায়। সদৌ অসম ছাত্ৰ সন্থাই বিভিন্ন উপায়েৰে অসমবাসীক নিৰ্বাচনৰ বিৰোধিতা কৰিবলৈ আহ্বান জনাইছিল।[১১]

নিৰ্বাচনৰ মনোনয়ন পৰ্ব শেষ হোৱাৰ সময়ৰেপৰাই হিংসাত্মক ঘটনাসমূহ ঘটিবলৈ আৰম্ভ কৰিছিল। তেনে উত্তেজনাপূৰ্ণ পৰিস্থিতিৰ মাজতে ১১ ফেব্ৰুৱাৰীৰ পৰা ব্যাপক হাৰত দলীয় সংঘৰ্ষৰ ঘটনা ঘটিবলৈ ধৰিছিল। তেনেধৰণৰ প্ৰথমটো ঘটনা ঘটিছিল ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ সেইসময়ৰ দৰং জিলাৰ অন্তৰ্ভুক্ত গহপুৰত।[১২] ১৪ ফেব্ৰুৱাৰীৰ দিনা গহপুৰত বড়ো আৰু অসমীয়াভাষীৰ মাজত হোৱা সংঘৰ্ষত শতাধিক লোকৰ মৃত্যু হৈছিল। তাৰ



কেইদিনমানৰ পাছতেই ১৮ ফেব্ৰুৱাৰীৰ দিনা তেতিয়াৰ নগাঁও জিলাৰ অন্তৰ্গত নেলীত হোৱা সাম্প্ৰদায়িক সংঘৰ্ষত ২০০০ৰো অধিক লোকৰ মৃত্যু হৈছিল। আন্দোলনৰ সমৰ্থনকাৰী নেলীৰ একাংশ স্থানীয় লোকে সংখ্যালঘু অধ্যুষিত এলেকাত আক্ৰমণ চলাই সন্দেহযুক্ত বাংলাদেশী বুলি নিৰ্বিচাৰে কেবাহাজাৰ লোকক হত্যা কৰাৰ লগতে ঘৰ-বাৰী জ্বলাই দিছিল। চৰকাৰী তথ্যমতে ১৮১৬ জন বুলি কোৱা হয় যদিও বেচৰকাৰী তথ্যমতে প্ৰায় ৩০০০ লোকক হত্যা কৰা হৈছিল। নেলী অঞ্চলৰ মুঠ ১৪খন গাঁও এই নৰসংহাৰৰ বলি হৈছিল আৰু ১৯৮৩ চনৰ নিৰ্বাচনৰ সময়ত সৃষ্টি হোৱা সাম্প্ৰদায়িক বাতাবৰণেই ইয়াৰ কাৰণ আছিল। নেলীৰ গণহত্যাক স্বাধীনোত্তৰ ভাৰতৰ এক অন্যতম পাশৱিক ঘটনা বুলি অভিহিত কৰিব পাৰি।[১৩] নেলীৰ আশে-পাশে কেইবাখনো গাঁৱৰ পূৰ্ববংগীয় মূলৰ মুছলমানসকলক সেই অঞ্চলৰ স্থানীয় তিৱা সম্প্ৰদায়ৰ লগতে কোচ আৰু হীৰা সম্প্ৰদায়ৰ লোকসকলে আক্ৰমণ কৰি হত্যা কৰিছিল। অসমত এনে তথাকথিত গণহত্যাৰ ঘটনা বিৰল। নেলীৰ সাম্প্ৰদায়িক সংঘৰ্ষক ভাৰত বিভাজনৰ সময়ৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ ঘটনাৰ পাছত ভাৰতৰ গ্ৰামাঞ্চলত সংঘটিত হোৱা সামূহিক হিংসাৰ ঘটনাৰ ভিতৰত এক উল্লেখযোগ্য ঘটনা হিচাপে গণ্য কৰিব পাৰি। সাধাৰণতে ভাৰতত সামূহিক হিংসাৰ ঘটনাসমূহৰ প্ৰায় ৯০ শতাংশই সংঘটিত হৈছিল নগৰীয়া অঞ্চলত। তাৰ বিপৰীতে অসমত ১৯৮৩ চনৰ নিৰ্বাচনী হিংসাৰ সময়ত সাম্প্ৰদায়িক হত্যা-হিংসাৰ ঘটনা নেলী, গহপুৰ আৰু চাউলখোৱা আদিৰ দৰে গ্ৰাম্য অঞ্চলতহে সংঘটিত হৈছিল।[১৪]

নেলীৰ ঘটনাৰ সমসাময়িকভাৱে গহপুৰত পোনপ্ৰথমবাৰৰ বাবে বড়ো আৰু অসমীয়াভাষীৰ মাজত প্ৰত্যক্ষ সংঘাত হৈছিল। লাহে লাহে সেই সংঘাত ওদালগুৰি, কোকৰাঝাৰ আদিলৈও সম্প্ৰসাৰিত হৈছিল। এই সাম্প্ৰদায়িকতাৰ পৰিৱেশ সৃষ্টি হোৱাৰ পাছতেই অসমৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক প্ৰেক্ষাপট সঘনাই সলনি হ'বলৈ আৰম্ভ কৰিছিল। সাম্প্ৰদায়িক হিংসাৰ ভয়াৱহ দৃশ্যপটে মানুহৰ মনত ভয়-শংকা, সন্দেহ-অবিশ্বাসৰ উদ্ৰেক কৰিছিল। আশীৰ দশকৰ শেষৰ ফালে অৰ্থাৎ অসম আন্দোলনৰ পৰিসমাপ্তিৰ পাছত প্ৰফুল্ল মহন্ত নেতৃত্বাধীন অসম গণ পৰিষদ চৰকাৰ গঠনৰ পাছত আবছু

(All Bodo Student Union)য়ে 'ডিভাইড আছাম ফিফ্‌টি ফিফ্‌টি আন্দোলন' ঘোষণা কৰিছিল। সেই আন্দোলনক কেন্দ্ৰ কৰিয়েই উত্তৰ লখিমপুৰৰ শিমলুগুৰি, শোণিতপুৰ জিলাৰ গহপুৰ, দৰং জিলাৰ ওদালগুৰি, ভৈৰৱকুণ্ড, বৌতাৰ পৰা বিজনী, বঙাইগাঁও আৰু কোকৰাঝাৰৰ বিভিন্ন অঞ্চলত বড়ো আৰু অসমীয়াৰ মাজত গোষ্ঠী সংঘৰ্ষই হিংসাত্মক ৰূপ ধাৰণ কৰিছিল। বোমা বিস্ফোৰণ, হত্যা, হিংসা, ঘৰ জ্বলোৱা আদি কাৰ্যই জনজীৱন বিপৰ্যস্ত কৰি তুলিছিল।[১৫]

ষাঠিৰ দশকৰপৰা গা কৰি উঠা বড়ো জাতীয়তাবাদে আশীৰ দশকত এক নতুন মাত্ৰা লাভ কৰিছিল। অসম আন্দোলন, অসম চুক্তি আৰু অসম গণ পৰিষদ চৰকাৰেও বড়ো জাতীয়তাবাদৰ চৰিত্ৰক সলনি কৰাত অৰিহণা যোগাইছিল। বড়োসকলে ধাৰণা কৰিবলৈ লৈছিল যে অসমীয়া উগ্ৰ জাতীয়তাবাদ জনজাতিসকলৰ অস্তিত্বৰ পৰিপন্থী। ১৯৮৮ চনৰ ২৫ আৰু ২৭ জানুৱাৰীত কোকৰাঝাৰ জিলাৰ গোঁসাইগাঁৱৰ ভুমকা গাঁৱত সুৰক্ষা বাহিনীৰ লোকে দহগৰাকী বড়ো গাভৰুক সমূহীয়া বলাৎকাৰ কৰাৰ দৰে নৃশংস ঘটনাৰ পাছতে বড়ো আন্দোলন তীব্ৰ হৈ পৰে আৰু বড়ো-অবড়োৰ মাজৰ ব্যৱধানো বৃদ্ধি পায়।[১৬] নব্বৈৰ দশকত পৃথক বড়ো ৰাজ্যৰ দাবী নতুন ৰূপত উত্থাপন হোৱাৰ সময়তে ১৯৯৩ আৰু ১৯৯৪ চনত বড়ো উগ্ৰপন্থী সংগঠনে উত্তৰ অসমত সংখ্যালঘু লোকৰ ওপৰত হত্যালীলা চলাইছিল।[১৭] ১৯৯৩ চনৰ অক্টোবৰ মাহত বড়ো আৰু মুছলমানৰ মাজত হোৱা গোষ্ঠী সংঘৰ্ষত কোকৰাঝাৰ জিলাৰ প্ৰায় ২০৭৪টা আৰু অবিভক্ত বঙাইগাঁও জিলাৰ প্ৰায় ১৭৬০টা পৰিয়াল ক্ষতিগ্ৰস্ত হৈছিল। স্থানান্তৰিত হোৱা মুছলমান পৰিয়ালসমূহ ১৬ বছৰৰো অধিক কাল শৰণাৰ্থী শিবিৰতে আছিল। আকৌ ১৯৯৪ চনত বড়ো আৰু মুছলমানৰ মাজত হোৱা সংঘৰ্ষত বৰপেটা জিলাত ১১৩ জন লোকে প্ৰাণ হেৰুৱাইছিল আৰু শ শ বড়ো আৰু মুছলমান লোক গৃহহীন হৈছিল।[১৮]

১৯৯৬ চনৰ এপ্ৰিল মাহত অগপ দলে নিৰ্বাচনত জয়ী হৈ মে' মাহৰ প্ৰথম সপ্তাহত চৰকাৰ গঠন কৰিবলৈ আগবঢ়াৰ পাছৰ পৰাই বড়ো ৰাজনীতিৰ অন্যতম ক্ষেত্ৰস্বৰূপ কোকৰাঝাৰ পুনৰ উত্তপ্ত হৈ উঠিছিল। ৰাজনৈতিকভাৱে অস্থিৰ হৈ থকা আৰু নতুনকৈ সৃষ্ট



মধ্যবিত্ত শ্ৰেণীৰ ক্ষমতাকেন্দ্ৰিক বিবাদে বিধ্বস্ত কৰা এই অঞ্চলটোত হিংসাত্মক ঘটনা ঘটিয়েই থাকিল। তাৰ সমান্তৰালভাৱে প্ৰতিক্ৰিয়াশীল চক্ৰয়ো মূৰ দাঙি উঠিছিল আৰু অৱহেলিত, বঞ্চিত জনসাধাৰণৰ মাজত সোমাই পৰিছিল। প্ৰতিক্ৰিয়াশীল চক্ৰৰ প্ৰভাৱত এচাম লোকে প্ৰকৃত শত্ৰু কোন চিনিবই নোৱাৰিলে। আৱেগিক আৰু উত্তেজিত হৈ এচাম বড়োৱে ভাবিলে আদিবাসী শত্ৰু আৰু এচাম আদিবাসীয়ে ভাবিলে বড়োৱেই শত্ৰু। অৰ্থনৈতিক অনগ্ৰসৰতা, ৰাজনৈতিক অস্থিৰতা, জনগণৰ মাজৰ সুপ্ত দ্বন্দ্ব, শাসকৰ শোষণ, দমন, বঞ্চনা, ষড়যন্ত্ৰ, স্পষ্ট ভূমি নীতিৰ অভাৱ আদিৰ ফলত কেনেধৰণৰ পৰিস্থিতিৰ উদ্ভৱ হ'ব পাৰে, তাৰ সাক্ষী হৈ ৰ'ল নব্বৈৰ দশকৰ কোকৰাঝাৰ। ১৯৯৬ চনৰ ১০ মে'ত তিনিগৰাকী বড়ো গাভৰুৰ হত্যাকাণ্ড সংঘটিত হৈছিল আৰু সত্যপুৰ গাঁৱত মুকলিকৈ হাজাৰ হাজাৰ লোকে সেই মৃতদেহ প্ৰত্যক্ষ কৰাৰ পাছতেই সেই বৃহত্তৰ অঞ্চলত গোষ্ঠীগত হিংসাৰ জুই বিয়পি পৰে।[১৯] কোকৰাঝাৰ জিলাৰ চালেকাটি, চেৰফাংগুৰি, গোঁসাইগাঁও আদি বিভিন্ন অঞ্চলত বড়ো আৰু আদিবাসী সম্প্ৰদায়ৰ মাজত ভয়াৱহ সংঘৰ্ষৰ সূত্ৰপাত ঘটে।[২০]

১৯৯৬ চনৰ ১৪ মে'ৰ দিনা বড়োসকলে আদিবাসীসকলৰ ওপৰত আক্ৰমণ চলাবলৈ আৰম্ভ কৰাৰ পাছতে তেওঁলোক গাঁও এৰি নিৰাপদ স্থানলৈ পলাই গৈছিল। পিছলৈ যেতিয়া গোষ্ঠী হিংসাই অধিক ভয়াৱহ ৰূপ ধাৰণ কৰিছিল, তেতিয়া আদিবাসীসকলেও প্ৰতিৰোধ কৰিবৰ বাবে প্ৰত্যাক্ৰমণ চলাইছিল আৰু তেতিয়া বড়ো জনগোষ্ঠীৰ বহু লোকেও আশ্ৰয় শিবিৰত আশ্ৰয় ল'বলগীয়া হৈছিল। ১৯৯৮ চনৰ ২৭ এপ্ৰিলৰ পৰা পুনৰ সেই সংঘাতৰ পুনৰাবৃত্তি ঘটিছিল। ১৯৯৮ চনৰ মে' মাহৰ পৰা নৱেম্বৰ মাহ পৰ্যন্ত চলা গোষ্ঠী সংঘৰ্ষত ঘৰ এৰিবলৈ বাধ্য হোৱা লোকৰ সংখ্যা কেইবালাখো হৈছিলগৈ।[২১] ১৯৯৬ চনৰ বড়ো-আদিবাসী সংঘৰ্ষত ১৯৮ জন লোকে প্ৰাণ হেৰুৱাইছিল আৰু কোকৰাঝাৰ আৰু অবিভক্ত বঙাইগাঁও জিলাৰ ৪২,২১৪টা পৰিয়ালৰ প্ৰায় ২,০২,৬৮৪ জন মানুহ স্থানান্তৰিত হৈছিল। পীড়িতসকলৰ অধিকাংশ আশ্ৰয় শিবিৰত থকা সময়তেই ১৯৯৮ চনত পুনৰ এলানি সংঘৰ্ষ হৈছিল আৰু সেই সংঘৰ্ষত ১৮৬ জন লোকে প্ৰাণ হেৰুওৱাৰ লগতে উভয় সম্প্ৰদায়ৰে

প্ৰায় ৯৪,০০০ লোক স্থানান্তৰিত হ'বলগীয়া হৈছিল। ১৯৯৩, ১৯৯৬ আৰু ১৯৯৮ চনত হোৱা গোষ্ঠী সংঘৰ্ষৰ ফলত কোকৰাঝাৰ আৰু বঙাইগাঁও জিলাৰ স্থানান্তৰিত হোৱা পৰিয়ালৰ সংখ্যা ৪৮,৫৫৬লৈ বৃদ্ধি পাইছিল আৰু স্থানান্তৰিত হোৱা মানুহৰ সংখ্যা হৈছিলগৈ প্ৰায় ৩,১৪,৩৪২ জন। সংঘৰ্ষৰ এই ভুক্তভোগীসকলৰ অধিকাংশই প্ৰায় এটা দশকৰো অধিক কাল আৰু কিছুমানে প্ৰায় ১৭ বছৰ ধৰি আশ্ৰয় শিবিৰতে কটাবলগীয়া হোৱাটোৱে এক গভীৰ মানৱীয় সংকটৰ দিশ চিহ্নিত কৰে। ২০০৩ আৰু ২০০৪ চনত কাৰ্বি আংলঙত কাৰ্বি আৰু কুকি জনগোষ্ঠীৰ মাজত সংঘৰ্ষ হৈছিল আৰু এই সংঘৰ্ষ ২০০৩ চনৰ নৱেম্বৰৰপৰা ২০০৪ চনৰ মাৰ্চ মাহলৈকে চলিছিল। এই সংঘৰ্ষত ৯৮ জনৰ মৃত্যু হৈছিল আৰু উভয় সম্প্ৰদায়ৰে প্ৰায় ১১,০০০ লোক স্থানান্তৰিত হৈছিল। ২০০৫ চনৰ জুলাই মাহত কাৰ্বি আংলঙত পুনৰ কাৰ্বি আৰু ডিমাছাসকলৰ মাজত সংঘৰ্ষ হৈছিল, য'ত ১০৩ জনে প্ৰাণ হেৰুৱাইছিল আৰু প্ৰায় ৪৯,০০০ লোক স্থানান্তৰিত হৈছিল। ২০০৮ চনৰ অক্টোবৰ মাহত উত্তৰ অসমৰ দৰং আৰু ওদালগুৰি জিলাত বড়ো আৰু মুছলমানসকলৰ মাজত গোষ্ঠী সংঘৰ্ষ সংঘটিত হৈছিল। ইয়াত ৬৪ জনৰ মৃত্যু হৈছিল আৰু প্ৰায় ২,১৮,৬৯৫ জন লোক স্থানান্তৰিত হৈছিল।[২২] ২০০৯ চন আৰু ২০১১ চনত উত্তৰ কাছাৰ পাৰ্বত্য জিলা আৰু পূব গাৰো পাহাৰত ক্ৰমে ডিমাচা-জেমি নগা আৰু গাৰো-ৰাভা জনগোষ্ঠীৰ মাজত সংঘৰ্ষ হৈছিল। ২০১২ চনত পুনৰ কোকৰাঝাৰ, ধুবুৰী আৰু চিৰাং জিলা গোষ্ঠী সংঘৰ্ষই উত্তপ্ত কৰি তুলিছিল। বড়ো আৰু মুছলমান সম্প্ৰদায়ৰ মাজত সংঘটিত হোৱা এই সংঘৰ্ষৰ সময়ছোৱাত ইখনৰ পাছত সিখনকৈ গাঁও, ঘৰ-দুৱাৰ জ্বলিবলৈ ধৰিছিল।[২৩] ২০১২ চনৰ ২০ জুলাইৰ দিনা কোকৰাঝাৰ জিলাৰ মুছলমান অধ্যুষিত জয়পুৰ অঞ্চলত চাৰিজন পূৰ্বৰ বি এল টিৰ সমৰ্থকক অচিনাক্ত দুৰ্বৃত্তৰ এটা দলে হত্যা কৰি থৈ যায়। সেই ঘটনাৰ পাছতে বড়ো আৰু মুছলমান সম্প্ৰদায়ৰ দুৰ্বৃত্তৰদ্বাৰা হত্যা আৰু প্ৰতি-হত্যাৰ এলানি ভয়াবহ ঘটনা সংঘটিত হয়। এই ঘটনাই সাধাৰণ জনগণৰ মাজত আতংকৰ সৃষ্টি কৰিছিল আৰু তেওঁলোকে প্ৰাণৰ ভয়ত গাঁও এৰি পলাই গৈছিল। সংঘৰ্ষত লিপ্ত হোৱা দুয়োটা সম্প্ৰদায়ৰ দুৰ্বৃত্তই উভয় সম্প্ৰদায়ৰে ঘৰ জ্বলাইছিল, ধ্বংসকাৰ্য চলাইছিল আৰু লুটপাত কৰিছিল। প্ৰায় ৫০০০তকৈও



অধিক ঘৰ জ্বলাই দিয়া হৈছিল আৰু ২৪৪ খন গাঁৱৰ ৪৫,০০০ পৰিয়াল ক্ষতিগ্ৰস্ত হৈছিল। ৪ লাখতকৈও অধিক লোকে গাঁও এৰি পলাই গৈছিল আৰু ২৭৮ টা আশ্ৰয় শিবিৰৰ প্ৰয়োজন হৈছিল। বিশিষ্ট লেখক আৰু চৰ-চাপৰি সাহিত্য পৰিষদৰ সভাপতি হাফিজ আহমেদে এই সংঘৰ্ষক 'বড়োসকলৰদ্বাৰা মুছলমানসকলৰ নৃগোষ্ঠী চাফাইকৰণ' বুলি অভিহিত কৰিছিল। তেওঁ কয়, 'এয়া নৃগোষ্ঠী চাফাইকৰণৰ বাহিৰে একো নহয় আৰু এয়া পূৰ্ব-পৰিকল্পিত আছিল। প্ৰথমতে মুছলমানসকলক আঁতৰাই পঠোৱা হৈছিল আৰু তেওঁলোকৰ ঘৰ, নথি-পত্ৰ, ভূমিৰ তথ্য-পাতি আদি জ্বলাই দিয়া হৈছিল। তাৰপাছত আকৌ কোনো কোনো বড়ো গোটে সাহায্য শিবিৰত থকা আবাসীসকলক তেওঁলোকৰ নাগৰিকত্বৰ প্ৰমাণ নোলোৱাকৈ পুনৰসংস্থাপন দিয়া উচিত নহয় বুলি দাবী জনাইছে। ই মুছলমানসকলক আঁতৰাই বি টি এ ডিক অবড়োৰপৰা মুক্ত কৰাৰ দৰে তেওঁলোকৰ উদ্দেশ্যকে প্ৰকট কৰিছে।' তেওঁ উচ্চতম ন্যায়ালয়ৰ এগৰাকী ন্যায়াধীশৰ অধীনৰ এখন আয়োগৰদ্বাৰা সেই সংঘৰ্ষৰ অনুসন্ধানৰ দাবী জনাইছিল।[২৪]

২০১৪ চনৰ ২৩ ডিচেম্বৰত এন ডি এফ বি উগ্ৰপন্থীয়ে শোণিতপুৰ, কোকৰাঝাৰ আৰু চিৰাং জিলাত অবড়ো লোকৰ ওপৰত আক্ৰমণ চলায় আৰু ৬৫ জন আদিবাসী লোকক হত্যা কৰে। সেই ঘটনাৰ পিছদিনা শ শ আদিবাসী লোকে প্ৰতিবাদী সমদল উলিয়ায়। শোণিতপুৰ জিলাৰ ঢেকিয়াজুলিত সেই প্ৰতিবাদৰ মাজতে হিংসাত্মক ঘটনা ঘটে। আৰক্ষীয়ে প্ৰতিবাদী জনতাৰ ওপৰত গুলী চলাওতে ৩জন আদিবাসী লোকে প্ৰাণ হেৰুৱায়। ক্ৰোধান্বিত হৈ একাংশ আদিবাসী লোকে শোণিতপুৰ জিলাৰ (বৰ্তমান বিশ্বনাথ) বিহালীৰ এখন গাঁৱত ৩জন বড়ো সম্প্ৰদায়ৰ লোকক হত্যা কৰে। এই গোষ্ঠীগত হিংসা ওদালগুৰি জিলালৈও সম্প্ৰসাৰিত হৈছিল। উভয় সম্প্ৰদায়ৰ লোকেই হিংসাত্মক হৈ উঠিছিল আৰু অসমৰ বিভিন্ন প্ৰান্তত আক্ৰমণ, প্ৰতি-আক্ৰমণ, ঘৰ জ্বলোৱা আদিৰ দৰে ঘটনা ঘটিছিল।[২৫]

******

## প্ৰসংগ টোকা ঃ

[১] Mridula Dhekial Phukan, *Ethnicity, Conflict and Population Displacement in Northeast India*, Asian Journal of Humanities and Social Sciences, vol.1, issue 2, August, 2013, p.93.

[২] Centre for North East Studies and Policy Research with support from the Heinrich Boll Foundation, *Bearing Witness*, A Report on the Impact of Conflict on Women in Nagaland and Assam, New Delhi, 2011, p.3.

[৩] Centre for North East Studies and Policy Research with support from the Heinrich Boll Foundation, *Bearing Witness*, A Report on the Impact of Conflict on Women in Nagaland and Assam, New Delhi, 2011, p.37.

[৪] K P S Gill and Ajai Sahni, ed., *Faultlines: Writings on Conflict & Resolution*, vol.12, New Delhi, 2002.

[৫] Hiren Gohain, *Cudgel of Chauvinism*, Economic and Political Weekly, 15 (8), 1980, p.418-420.

[৬] Amalendu Guha, *Little Nationalism Turned Chauvinist: Assam's Anti-Foreigner Upsurge*, Economic and Political Weekly, 15, 1980, p.41-43.

[৭] Kimura, Makiko, *The Nellie Massacre of 1983: Agency of Rioters*, New Delhi : Sage Publications India Private Limited, 2013.

[৮] মৃণাল তালুকদাৰ, কিশোৰ কুমাৰ কলিতা, *অসম ঃ ১৯৭১-২০০০*, নন্দ তালুকদাৰ ফাউণ্ডেশ্যন, গুৱাহাটী, ২০১৬, পৃষ্ঠা ১১২।

[৯] মৃণাল তালুকদাৰ, কিশোৰ কুমাৰ কলিতা, *অসম ঃ ১৯৭১-২০০০*, নন্দ তালুকদাৰ ফাউণ্ডেশ্যন, গুৱাহাটী, ২০১৬, পৃষ্ঠা ১৪৬-১৫১।

[১০] Kimura, Makiko, *The Nellie Massacre of 1983: Agency of Rioters*, New Delhi : Sage Publications India Private Limited, 2013, p. 66-67.

[১১] মৃণাল তালুকদাৰ, কিশোৰ কুমাৰ কলিতা, *অসম ঃ ১৯৭১-২০০০*, নন্দ তালুকদাৰ ফাউণ্ডেশ্যন, গুৱাহাটী, ২০১৬, পৃষ্ঠা ১৬০-১৬১।

[১২] Kimura, Makiko, *The Nellie Massacre of 1983: Agency of Rioters*, New



Delhi : Sage Publications India Private Limited, 2013, p. 67-68.

[১৩] মৃণাল তালুকদাৰ, কিশোৰ কুমাৰ কলিতা, *অসম ঃ ১৯৭১-২০০০*, নন্দ তালুকদাৰ ফাউণ্ডেশ্যন, গুৱাহাটী, ২০১৬, পৃষ্ঠা ১৬৩, ২৬৫।

[১৪] Kimura, Makiko, *The Nellie Massacre of 1983: Agency of Rioters*, New Delhi : Sage Publications India Private Limited, 2013, p. 67-68.

[১৫] লোকনাথ গোস্বামী, *অসমত গোষ্ঠী সংঘৰ্ষঃ অন্ত ক'ত?*, প্ৰবন্ধ, সাদিন, ৪ জুলাই, ২০১৪।

[১৬] মৃণাল তালুকদাৰ, কিশোৰ কুমাৰ কলিতা, *অসম ঃ ১৯৭১-২০০০*, নন্দ তালুকদাৰ ফাউণ্ডেশ্যন, গুৱাহাটী, ২০১৬, পৃঃ ২৪৯, ২৫৫।

[১৭] দিগন্ত শৰ্মা, *গোষ্ঠী সংঘাতঃ ১৯৯৬-১৯৯৮*, একলব্য প্ৰকাশন, যোৰহাট, ২০১৪, পৃঃ ৩৫।

[১৮] Sushanta Talukdar, *Murky Politics*, article, Frontline, August 24, 2012.

[১৯] দিগন্ত শৰ্মা, *গোষ্ঠী সংঘাতঃ ১৯৯৬-১৯৯৮*, একলব্য প্ৰকাশন, যোৰহাট, ২০১৪, পৃঃ ৩৬।

[২০] লোকনাথ গোস্বামী, *অসমত গোষ্ঠী সংঘৰ্ষঃ অন্ত ক'ত?*, প্ৰবন্ধ, সাদিন, ৪ জুলাই, ২০১৪।

[২১] দিগন্ত শৰ্মা, *গোষ্ঠী সংঘাতঃ ১৯৯৬-১৯৯৮*, একলব্য প্ৰকাশন, যোৰহাট, ২০১৪, পৃঃ ৪৩।

[২২] Sushanta Talukdar, *Murky Politics*, article, Frontline, August 24, 2012.

[২৩] লোকনাথ গোস্বামী, *অসমত গোষ্ঠী সংঘৰ্ষঃ অন্ত ক'ত?*, প্ৰবন্ধ, সাদিন, ৪ জুলাই, ২০১৪।

[২৪] Sushanta Talukdar, *Murky Politics*, article, Frontline, August 24, 2012.

[২৫] http:/en.wikipedia.org/wiki/December_2014_Assam Violence, accessed on May 16, 2017.

# গোষ্ঠী সংঘৰ্ষ আৰু মহিলা

গোষ্ঠী সংঘৰ্ষই জোকাৰি যোৱা পৃথিৱীৰ বিভিন্ন দেশৰ অধিবাসীসকলে সংঘৰ্ষৰ ভিন্ন অভিজ্ঞতাৰ সন্মুখীন হয়। গোষ্ঠী সংঘৰ্ষৰ প্ৰভাৱ প্ৰত্যক্ষ বা পৰোক্ষ উভয়েই হ'ব পাৰে। জীৱন আৰু সম্পত্তি ধ্বংস হ'ল সংঘৰ্ষৰ প্ৰত্যক্ষ প্ৰভাৱ। ইয়াৰ পৰোক্ষ প্ৰভাৱসমূহ দীঘলীয়া সময়জুৰি থাকে। অৰ্থনৈতিক অস্থিৰতা, খাদ্য আৰু খোৱাপানীৰ অভাৱ, আশ্ৰয় আৰু অনাময়ৰ সমস্যা, আইন আৰু সামাজিক বিষয়ত বিশৃংখলতা, স্বাস্থ্যজনিত সমস্যা, সংক্ৰামক ৰোগৰ প্ৰাদুৰ্ভাৱ, শিক্ষাৰ সমস্যা আদি হ'ল সংঘৰ্ষৰ পৰোক্ষ প্ৰভাৱ আৰু এইবোৰ দীৰ্ঘদিন ধৰি বৰ্তি থাকে। এইবোৰ সমস্যাৰ উপৰিও সংঘৰ্ষই ভুক্তভোগীসকলৰ মানসিক অৱস্থাতো প্ৰভাৱ পেলায়। সশস্ত্ৰ সংঘৰ্ষই সম্প্ৰদায়সমূহৰ মাজৰ সামাজিক সমন্বয় নষ্ট কৰে আৰু তেওঁলোকৰ মাজত শত্ৰুতাৰ ভাৱ সৃষ্টি হয়। সংঘৰ্ষই পীড়িত অঞ্চলটোৰ বাসিন্দাসকলৰ জীৱন ধাৰণৰ মানৰ ওপৰতো বিৰূপ প্ৰভাৱ পেলায় আৰু এনে পৰিস্থিতিৰ পৰা ওলাই আহি পুনৰ নতুন ধৰণে জীৱন আৰম্ভ কৰিবলৈ বহু সময়ৰ প্ৰয়োজন হয়।

গোষ্ঠী সংঘৰ্ষত পুৰুষ আৰু মহিলা উভয়েই ক্ষতিগ্ৰস্ত হয়। কিন্তু লিংগ বিষয়ক বিভিন্নতা আৰু সমাজে আৰোপ কৰা লিংগ বৈষম্যৰ বাবে সেই সময়ত মহিলাসকলৰ অভিজ্ঞতা ভিন্ন হয়। মহিলাসকল গোষ্ঠী সংঘৰ্ষৰ সময়ত বিভিন্ন ধৰণে ক্ষতিগ্ৰস্ত হয়। সংঘৰ্ষৰ সময়ত বা সংঘৰ্ষৰ পাছত মহিলাসকল স্বাস্থ্যজনিত, মানসিক, আৰ্থিক, নিৰাপত্তাজনিত আদি বিভিন্ন সমস্যাৰ সন্মুখীন হয়। সংঘৰ্ষৰ সময়ত ভুক্তভোগীসকল আশ্ৰয় শিবিৰত থাকিব লগা হয়। আশ্ৰয় শিবিৰত বিভিন্ন ধৰণৰ সমস্যাই দেখা দিয়ে। খাদ্য, বিশুদ্ধ খোৱাপানীৰ অভাৱ, অনাময় ব্যৱস্থাৰ অভাৱ আদিয়ে বিশেষকৈ মহিলাসকলৰ সাধাৰণ স্বাস্থ্যৰ লগতে প্ৰজননজনিত স্বাস্থ্যৰ ওপৰতো প্ৰভাৱ পেলায়। আশ্ৰয় শিবিৰৰ অস্বাস্থ্যকৰ পৰিৱেশে ডায়েৰিয়া, কলেৰা, ছালৰ ৰোগ, যৌনৰোগ আদিৰ সংক্ৰমণতো সহায় কৰে। সংঘৰ্ষৰ সময়ত আৰু পিছৰ সময়ছোৱাত মহিলাসকল ধৰ্ষণ, বলপূৰ্বক বেশ্যাবৃত্তি, বলপূৰ্বক গৰ্ভধাৰণ, বলপূৰ্বক গৰ্ভপাত আদিৰ চিকাৰ হোৱাৰ সম্ভাৱনাও থাকে।



সশস্ত্ৰ সংঘৰ্ষৰ সময়ত মহিলা আৰু কিশোৰীসকল সংঘৰ্ষৰ শাৰীৰিক, আৱেগিক আৰু যৌন সম্পৰ্কীয় হিংসাৰ অভিজ্ঞতাৰ সন্মুখীন হয়। শেহতীয়াকৈ হোৱা সংঘৰ্ষসমূহৰ সাক্ষ্যই প্ৰমাণ কৰে যে, যুঁজাৰু বাহিনীৰ সদস্যসকলে বিশেষভাৱে মহিলা, কিশোৰী আৰু কম পৰিমাণে কমবয়সীয়া ছোৱালীকো লক্ষ্য কৰি লয়।[১] সশস্ত্ৰ সংঘৰ্ষৰ সময়ত মহিলা আৰু কিশোৰীসকলে লাভ কৰা লিংগজনিত হিংসাৰ অভিজ্ঞতাৰ অন্য এক ৰূপ হ'ল যৌন দাস ব্যৱস্থা।[২]

## প্ৰধান সমস্যাসমূহ ঃ

**আৰ্থিক সমস্যা ঃ** সংঘৰ্ষ হৈ যোৱাৰ পাছত ভুক্তভোগী লোকসকলৰ এক প্ৰধান সমস্যা হৈ পৰে তেওঁলোকৰ আৰ্থিক দিশটোৰ ক্ষতি। কাৰণ সংঘৰ্ষৰ ফলত তেওঁলোকৰ বাসস্থানৰ লগতে ধন-সম্পত্তিও নষ্ট হয়। থানবান হৈ পৰা আৰ্থিক দিশটো পুনৰ আগৰ অৱস্থালৈ অনাটো অতি কষ্টকৰ আৰু যথেষ্ট সময়ৰ প্ৰয়োজন। মহিলাসকলৰ পক্ষে আৰ্থিক দিশটো চোৱাচিতা কৰাটো অধিক কষ্টকৰ হয়। বিশেষকৈ সংঘৰ্ষত মহিলা এগৰাকীৰ স্বামী অথবা পৰিয়ালৰ মুখ্য উপাৰ্জনকৰোঁতাজনৰ মৃত্যু হ'লে পৰিয়ালৰ সমস্ত দায়িত্ব যেতিয়া তেওঁ কান্ধ পাতি ল'ব লগা হয়, তেতিয়া মহিলাগৰাকী বিভিন্ন ধৰণৰ সমস্যাৰ সন্মুখীন হয়। ঘৰুৱা দায়িত্ব, সন্তানৰ চোৱা-চিতা কৰাৰ লগতে মহিলাগৰাকীয়ে পৰিয়ালৰ মুখ্য উপাৰ্জন কৰোঁতাৰ ভূমিকাও পালন কৰিব লগা হয়। সংঘৰ্ষজনিত পৰিস্থিতিৰ ভয়াৱহতা, পৰিয়ালৰ মানুহ, আত্মীয়ক হেৰুওৱাৰ বেদনাত ভাৰাক্ৰান্ত হৈ পৰিয়ালৰ উপাৰ্জনৰ দায়িত্ব ল'বলগীয়া হোৱাটো মহিলা এগৰাকীৰ বাবে ডাঙৰ সমস্যা হৈ পৰে। সদায় ঘৰ, পৰিয়াল চম্ভালাত ব্যস্ত থকা গ্ৰামাঞ্চলৰ মহিলাসকলৰ বাবে হঠাৎ নামি অহা বিপৰ্যয়ৰ পাছত উপাৰ্জনৰ বাট বিচাৰি উলিওৱাটো অতি কঠিন। সমাজত মহিলাৰ স্থান আৰু মৰ্যাদাভিত্তিক বৈষম্যৰ বাবে মহিলাগৰাকীয়ে সামাজিক ক্ষেত্ৰত পদে পদে প্ৰত্যাহ্বান আৰু সমস্যাৰ সন্মুখীন হ'ব লগা হয়।

সশস্ত্ৰ সংঘাতৰ সময়ত প্ৰায়ে মহিলাসকলে অকলেই পৰিয়ালৰ উপাৰ্জনকাৰীৰ ভূমিকা

ল'বলগীয়া হয়। ইয়াৰ ফলত বেছিভাগ পৰিয়ালতে মহিলাসকল মুৰব্বী হৈ পৰে, যিটো সংঘৰ্ষৰ ফলত হোৱা জনসাংখ্যিক পৰিৱৰ্তনৰো এটা বৈশিষ্ট্য আৰু ই এসময়ত মহিলাসকলক দৰিদ্ৰতাৰ ফালেও লৈ যায়।[৩]

সংঘৰ্ষৰ সময়ত বা পাছত মহিলাসকলে বিশেষভাৱে কিছুমান অৰ্থনৈতিক সমস্যাৰ সন্মুখীন হ'বলগীয়া হয়। কেতিয়াবা এনে পৰিস্থিতিত মহিলাসকল পৰম্পৰাগতভাৱে পৰিয়ালৰ উপাৰ্জনকৰোঁতা পুৰুষজনৰ পৰা পৃথক হৈ পৰিব লগা হয়। তেতিয়া শিক্ষাৰ অভাৱ আৰু সঠিক প্ৰশিক্ষণ নথকা আৰু মানুহৰ গতানুগতিক চিন্তাধাৰাৰ বাবে মহিলাসকলে নিজৰ লগতে পৰিয়ালৰ অৰ্থনৈতিক দিশটো চম্ভালি লোৱাটো যথেষ্ট কঠিন হৈ পৰে। বহু সমাজত মহিলাই অৰ্থনৈতিক উন্নয়নৰ লগত জড়িত বেছিভাগ সম্পদেই লাভ কৰে। সংঘৰ্ষৰ সময়ত মহিলাসকল সেই সম্পদসমূহৰ পৰা বঞ্চিত হয়। তদুপৰি তেওঁলোকে স্বামীক হেৰুওৱাৰ পাছত আৰু সংঘৰ্ষত যেতিয়া পশুধনৰ ক্ষতি হয়, তেতিয়া তেওঁলোকৰ কৃষিকৰ্ম কৰাৰো কোনো উপায় নাথাকে।[৪]

সংঘৰ্ষই মহিলাসকলৰ কেৱল সামাজিক জীৱনকেই নহয়, তেওঁলোকৰ অৰ্থনৈতিক কাৰ্যকলাপ আৰু আচৰণকো প্ৰভাৱিত কৰে। মহিলাসকল সাধাৰণতে উপাৰ্জনৰ কাৰ্যকলাপৰ ক্ষেত্ৰত পৰোক্ষভাৱে হ'লেও জড়িত থাকে। তেনেধৰণৰ কিছুমান কাৰ্য হ'ল- খাদ্য সংসাধন, সূতা কটা, কাপোৰ বোৱা, কয়লা, পানী বিক্ৰী কৰা ইত্যাদি। লাভৰ ওপৰত ভিত্তি কৰি তেওঁলোকে এই কামবোৰ সাল-সলনি কৰি থাকে। সংঘৰ্ষৰ পাছত সামাজিক আৰু অৰ্থনৈতিক উন্নতিৰ লক্ষ্যত উপনীত হোৱাত অৰিহণা যোগোৱা সম্পদসমূহ মহিলাসকলে আহৰণ কৰাৰ ক্ষেত্ৰত সমস্যা আহি পৰে।[৫]

সংঘৰ্ষই অৰ্থনীতিকে ধৰি জীৱনৰ সৈতে জড়িত সকলো ক্ষেত্ৰতে প্ৰভাৱ পেলায়। সংঘৰ্ষই কৃষি ব্যৱস্থাটো ধ্বংস কৰে। ফলত খাদ্য সংকটে দেখা দিয়ে আৰু খাদ্যদ্ৰব্যৰ মূল্য বৃদ্ধি হয়। তদুপৰি খাদ্য সংকটৰ ফলত দুৰ্ভিক্ষও হ'ব পাৰে। কৃষি ব্যৱস্থা আৰু আন্তঃগাঁথনি ধ্বংস হোৱাৰ লগে লগে গড় উপাৰ্জন আৰু অৰ্থনৈতিক বিকাশৰ হাৰতো প্ৰভাৱ পৰে। জনমূৰি আয় আৰু বিকাশৰ হাৰৰ ক্ষেত্ৰত আন্তঃৰাষ্ট্ৰীয় আৰু গৃহ যুদ্ধৰ ঋণাত্মক প্ৰভাৱ



পৰে। কোনো কোনো ক্ষেত্ৰত আৰু গৃহ যুদ্ধ যিহেতু শতিকাজুৰি চলিছিল, গতিকে তেনে সময়ত অৰ্থনৈতিক ক্ষতিৰ পৰিমাণ বেছি হৈছিল। খাদ্যদ্ৰব্যৰ মূল্য বৃদ্ধি পোৱাৰ লগে লগে অধিকাংশ লোকৰ বাবে জীৱন নিৰ্বাহৰ মৌলিক প্ৰয়োজনখিনি পূৰণ কৰাটো অসম্ভৱ হৈ পৰে। খাদ্যৰ মূল্যবৃদ্ধিয়ে পুৰুষতকৈ মহিলাসকলক বেছিকৈ প্ৰভাৱিত কৰে। আমাৰ পিতৃতান্ত্ৰিক সমাজত খাদ্য বিতৰণৰ ক্ষেত্ৰত মহিলা আৰু কিশোৰীসকলতকৈ পুৰুষেহে প্ৰাধান্য লাভ কৰে। গতিকে খাদ্যদ্ৰব্যৰ মূল্যবৃদ্ধিয়ে মহিলাসকলৰ স্বাস্থ্যৰ ওপৰত পৰোক্ষভাৱে প্ৰভাৱ পেলায়।[৩]

**স্বাস্থ্যজনিত সমস্যা ঃ** সংঘৰ্ষৰ সময়ত মহিলাসকল স্বাস্থ্যৰ ক্ষেত্ৰত বহুতো সমস্যাৰ সন্মুখীন হয়। পুৰুষসকলতকৈ মহিলাসকল এনে পৰিস্থিতিত অধিক অসুবিধাৰ সন্মুখীন হোৱাৰ প্ৰধান কাৰণ হ'ল জৈৱিক আৰু দৈহিক ভিন্নতা। সংঘৰ্ষ পীড়িত এলেকাৰ অৰ্থনৈতিক গাঁথনি ক্ষতিগ্ৰস্ত হোৱাৰ ফলত দেখা দিয়া খাদ্য সংকটে পৰোক্ষভাৱে মহিলাসকলৰ স্বাস্থ্যৰ ওপৰত প্ৰভাৱ পেলায়। মহিলাসকলৰ সাধাৰণ আৰু প্ৰজননজনিত স্বাস্থ্যৰ বাবে দৈনিক খাদ্যত এক নিৰ্দিষ্ট পৰিমাণৰ কেলছিয়াম, ভিটামিন, আইৰন আদিৰ প্ৰয়োজন হয়। এই পুষ্টিদ্ৰব্যবোৰৰ অভাৱ হ'লে মহিলাসকল অপুষ্টিত ভোগে আৰু তাৰ প্ৰভাৱ তেওঁলোকৰ ভৱিষ্যতৰ প্ৰজননজনিত স্বাস্থ্যৰ ওপৰতো পৰে। সংঘৰ্ষৰ সময়ত খাদ্যৰ নাটনি হোৱাৰ লগতে তাৰ পৰৱৰ্তী পৰ্যায়তো ভুক্তভোগী পৰিয়ালসমূহ আৰ্থিক অভাৱৰ ফলত পৰ্যাপ্ত খাদ্যৰ পৰা বঞ্চিত হ'ব লগা হয়। তদুপৰি সংঘৰ্ষপীড়িত অঞ্চলৰ আৰ্থিক গাঁথনি ভাগি পৰাৰ বাবেও খাদ্যৰ সংকটে দেখা দিব পাৰে। ফলত খাদ্যদ্ৰব্যৰ মূল্য বৃদ্ধি হয় আৰু আৰ্থিকভাৱে জুৰুলা হৈ পৰা মানুহখিনিয়ে খাদ্যৰ চাহিদা পূৰণ কৰিব নোৱৰা হয়।

সংঘৰ্ষত ঘৰ-দুৱাৰ ধ্বংস হোৱাৰ ফলত নিৰাশ্ৰয় হৈ ভুক্তভোগীসকলে য'তে-ত'তে আশ্ৰয় ল'বলগীয়া হয় আৰু তেতিয়া মহিলাসকলেই দৈহিক বা স্বাস্থ্যজনিত কাৰণত বেছি অসুবিধাৰ সন্মুখীন হয়। বিশেষকৈ গৰ্ভৱতী, প্ৰসূতি মাতৃ, ঋতুমতী মহিলা আৰু কিশোৰীসকলৰ সমস্যাৰ সীমা নোহোৱা হয় আৰু শাৰীৰিকভাৱে দুৰ্বল হৈ থকাৰ বাবে তেওঁলোকক তেনে অস্বাস্থ্যকৰ পৰিৱেশত বেমাৰ-আজাৰেও সহজে আক্ৰমণ কৰে। সংঘৰ্ষৰ

পাছত ভুক্তভোগীসকল সাধাৰণতে স্বাভাৱিক অৱস্থা ঘূৰি নহালৈকে আশ্ৰয় শিবিৰত থাকিবলগীয়া হয়। আশ্ৰয় শিবিৰবোৰৰ অস্বাস্থ্যকৰ পৰিৱেশ, বিশুদ্ধ খোৱাপানীৰ অভাৱ, অনাময় ব্যৱস্থাৰ অভাৱ আদি কাৰণত বিভিন্ন ৰোগৰ প্ৰাদুৰ্ভাৱ হয় আৰু কেতিয়াবা কিছুমান ৰোগে মহামাৰীৰ ৰূপো ধাৰণ কৰিব পাৰে। এনে পৰিস্থিতিত দৈহিক বা জৈৱিক ভিন্নতাৰ বাবে মহিলা আৰু কিশোৰীসকল তুলনামূলকভাৱে বেছি সমস্যাৰ সন্মুখীন হয়। পুষ্টিকৰ আহাৰৰ অভাৱ, উপযুক্ত চিকিৎসাৰ অভাৱ, অস্বাস্থ্যকৰ, অপৰিষ্কাৰ পৰিৱেশ, বেমাৰ-আজাৰৰ সংক্ৰমণ আদিৰ ফলত গৰ্ভৱতী মহিলাসকল তেনেসময়ত কেতিয়াবা মৃত্যুমুখতো পৰিব পাৰে নাইবা সন্তান জন্ম দিলেও সন্তানৰ স্বাস্থ্য ভাল নোহোৱাৰ সম্ভাৱনাই দেখা দিয়ে। তদুপৰি উপযুক্ত শৌচাগাৰ, প্ৰস্ৰাৱগাৰ আদি নথকাৰ ফলত মহিলা, কিশোৰীসকল অসুবিধাৰ সন্মুখীন হয়।

যৌনসম্বন্ধীয় আৰু প্ৰজনন সম্পৰ্কীয় ভূমিকাৰ বাবে মহিলা আৰু কিশোৰীসকল পুৰুষ আৰু কিশোৰৰ তুলনাত দৈহিকভাৱে দুৰ্বল। মহিলাসকলে সন্মুখীন হ'ব পৰা স্বাস্থ্যজনিত শংকাৰ ভিতৰত যৌন সংক্ৰমিত ৰোগ, এইচ আই ভি, প্ৰস্ৰাৱ সম্বন্ধীয় ৰোগৰ সংক্ৰমণ, গৰ্ভাৱস্থা নাইবা গৰ্ভপাত সম্বন্ধীয় জটিলতা আদিয়েইপ্ৰধান। এইবোৰে তেওঁলোকৰ স্বাভাৱিক যৌন জীৱন আৰু ভৱিষ্যতে সন্তান জন্ম দিয়াৰ ক্ষেত্ৰত সমস্যাৰ সৃষ্টি কৰে।[৭]

গৰ্ভৱতী আৰু স্তনপান কৰোৱা মাতৃসকলক অতিৰিক্ত পুষ্টিকৰ খাদ্য আৰু যত্নৰ প্ৰয়োজন হয়। সংঘৰ্ষজনিত পৰিস্থিতিত তেওঁলোকক প্ৰয়োজন হোৱা পুষ্টি আৰু যত্নৰ অভাৱ হোৱাৰ ফলত কম ওজনৰ শিশুৰ জন্ম হয় আৰু ই জন্মৰ প্ৰথম কেইমাহত শিশুৰ মৃত্যুৰ আশংকা বৃদ্ধি কৰে। তদুপৰি গৰ্ভৱতী অৱস্থাৰ অপুষ্টিৰ ফলত ভৱিষ্যতে শিশুসকলৰ ৰোগ প্ৰতিৰোধ ক্ষমতা কম হোৱা, দুৰ্বল বোধশক্তি আৰু বুদ্ধিমত্তা, পুৰণি বেমাৰৰ আক্ৰমণ আদি সমস্যাই দেখা দিব পাৰে। সংঘৰ্ষৰ সময়ত স্বাস্থ্য ব্যৱস্থা আৰু চিকিৎসাৰ সা-সুবিধাৰ অভাৱৰ বাবে গৰ্ভৱতী অৱস্থাত, শিশুৰ জন্মৰ সময়ত আৰু প্ৰসূতি মাতৃসকলৰ ক্ষেত্ৰত দেখা দিয়া অসুবিধা আৰু স্বাস্থ্যজনিত সমস্যাসমূহ অৱহেলিত হৈ নাইবা চিকিৎসা নকৰাকৈ থাকি যায়। এই জটিলতাসমূহে প্ৰসূতি আৰু নৱজাতকৰ মৃত্যুৰ হাৰ বৃদ্ধিত উদগনি যোগায়। লিংগজনিত



বৈষম্যৰ ফলত মহিলাসকলে স্বাস্থ্যৰ ক্ষেত্ৰত অন্যধৰণৰ সমস্যাৰো সন্মুখীন হয়। আমাৰ পুৰুষ প্ৰধান সমাজত সাধাৰণতে বেছিভাগ পৰিয়ালতে খাদ্য বিতৰণৰ ক্ষেত্ৰত পুৰুষসকলক বা ল'ৰা সন্তানক প্ৰাধান্য দিয়া দেখা যায়। সংঘৰ্ষৰ সময়ত যিহেতু খাদ্যৰ নাটনি হয়, সেয়ে এই প্ৰৱণতাৰ বাবেও মহিলাসকল পুৰুষসকলতকৈ অধিক অপুষ্টিত ভুগিবলগীয়া হয়। অপুষ্টি আৰু লিংগভিত্তিক বৈষম্যৰ সংযোগে কিশোৰী আৰু কন্যা শিশুসকলৰ স্বাভাৱিক বৃদ্ধি-বিকাশ স্থবিৰ কৰি তোলে। তদুপৰি ই গৰ্ভৱতী আৰু স্তনপান কৰাই থকা মাতৃসকলৰ স্বাস্থ্যৰ প্ৰতিও ভাবুকি আনে আৰু কেতিয়াবা এনে অৱস্থাৰ ফলত মৃত্যু পৰ্যন্তও হ'ব পাৰে। উদাহৰণস্বৰূপে, ম্যানমাৰৰ এটা বাংলাদেশী শৰণাৰ্থী শিবিৰত এবছৰতকৈ কম বয়সৰ ৰহিঙীয়া কন্যা শিশুৰ মৃত্যুৰ হাৰ একে বয়সৰ ল'ৰাতকৈ দুগুণ বেছি আছিল আৰু অন্য শৰণাৰ্থীসকলৰ ক্ষেত্ৰত পাঁচ বছৰৰ তলৰ কন্যা শিশুৰ মৃত্যুৰ হাৰ একে বয়সৰ ল'ৰাতকৈ ৩.৫ গুণ বেছি আছিল। আশ্ৰয় শিবিৰসমূহত থকা মানুহৰ সংখ্যা বৃদ্ধি, শিবিৰসমূহৰ বাসৰ অনুপযোগী অৱস্থা আৰু শিবিৰৰ লগতে সংঘৰ্ষ হোৱা এলেকাসমূহৰ শোচনীয় অনাময় ব্যৱস্থাই মেলেৰিয়া, যক্ষ্মা আদিৰ লগতে অন্যান্য সংক্ৰামক ৰোগৰ প্ৰাদুৰ্ভাৱ ঘটায়।[৮]

সংঘৰ্ষৰ সময়ত কেতিয়াবা মহিলা আৰু কিশোৰীসকল শাৰীৰিক নতুবা যৌন নিৰ্যাতনৰো বলি হয়। তাৰ ফলত তেওঁলোক এইচ আই ভিকে ধৰি অন্য যৌন সংক্ৰামক ৰোগৰ চিকাৰ হয়। প্ৰায়ে দেখা যায় যে, তেনে সময়ত ধৰ্ষণ বা অন্যধৰণে যৌন নিৰ্যাতনৰ বলি হৈ গুৰুতৰভাৱে আঘাতপ্ৰাপ্ত হোৱা মহিলা-কিশোৰীসকলে উপযুক্ত চিকিৎসা নাপায় আৰু কেতিয়াবা সামাজিক অৱহেলাৰ ভয়ত তেওঁলোকে সেই ঘটনাবোৰৰ কথা লুকুৱাই ৰাখি কাৰো সহায় নিবিচাৰে।

সংঘৰ্ষই দৈহিক স্বাস্থ্যৰ লগতে মহিলাসকলৰ মানসিক স্বাস্থ্যৰ ওপৰতো প্ৰভাৱ পেলায়। সংঘৰ্ষজনিত অঞ্চলবোৰত একধৰণৰ বিশৃংখল পৰিস্থিতিৰ সৃষ্টি হয়। অৰ্থনৈতিক, সামাজিক, শৈক্ষিক, স্বাস্থ্যজনিত, আইন আদি সকলো ক্ষেত্ৰৰে আন্তঃগাঁথনি সংঘৰ্ষই ধ্বংস কৰে। এনে বিশৃংখল পৰিৱেশত মহিলা আৰু কিশোৰীসকল যৌন নিৰ্যাতনৰ সন্মুখীন হোৱাৰ সম্ভাৱনা থাকে। এনেধৰণৰ অত্যাচাৰে তেওঁলোকৰ শাৰীৰিক আৰু মানসিক স্বাস্থ্যত বিৰূপ

প্ৰভাৱ পেলায়। তেনে পৰিস্থিতিত কেতিয়াবা পৰিয়াল, উপাৰ্জনৰ উৎস আৰু আশ্ৰয় হেৰুৱাই মহিলাসকলে উপায়হীন হৈ জীৱিকা নিৰ্বাহৰ বাবে বেশ্যাবৃত্তিক আঁকোৱালি ল'বলৈ বাধ্য হৈ পৰে। ফলত তেওঁলোক এইচ আই ভিকে ধৰি যৌন সংক্ৰমিত ৰোগত আক্ৰান্ত হ'ব পাৰে। সংঘৰ্ষজনিত পৰিস্থিতিত মহিলা আৰু কিশোৰীসকল নাৰী সৰবৰাহৰো চিকাৰ হোৱাৰ আশংকা থাকে। তেনে অভিজ্ঞতাৰ সন্মুখীন হোৱা মহিলা আৰু কিশোৰীসকল সাধাৰণতে মানসিকভাৱে ভাগি পৰে আৰু কেতিয়াবা মানসিক বিকাৰগ্ৰস্ত হৈ পৰাৰো সম্ভাৱনা থাকে। তেনে অৱস্থাৰ পৰা উদ্ধাৰ হোৱাৰ পাছতো তেওঁলোক মনঃপীড়াৰ পৰা মুক্ত হ'ব নোৱাৰিব পাৰে আৰু কেতিয়াবা এনে মনঃপীড়া গোটেই জীৱনজুৰিও থাকি যায়।

**সামাজিক আৰু মানসিক সমস্যাঃ** সংঘৰ্ষৰ সামাজিক আৰু মানসিক প্ৰভাৱ ইটো সিটোৰ লগত সংযুক্ত। সংঘৰ্ষই সামাজিক সম্পৰ্কসমূহলৈ অনা পৰিৱৰ্তনে ভুক্তভোগীৰ মানসিক অৱস্থাক প্ৰভাৱিত কৰে। বিভিন্ন অধ্যয়নে প্ৰমাণ কৰে যে, লিংগ-ভিত্তিক সামাজিক বাধ্যবাধকতাই মহিলাসকলৰ মানসিকতাত উল্লেখযোগ্য প্ৰভাৱ পেলায়। সংঘৰ্ষৰ সময়ত পৰিয়ালৰ সদস্য, আত্মীয়, বন্ধুৰ মৃত্যু, আশ্ৰয় আৰু সামাজিক পৰিৱেশ হেৰুওৱা; ধৰ্ষণ বা অন্যধৰণৰ যৌন নিৰ্যাতনৰ অভিজ্ঞতা; তেনে অত্যাচাৰ আৰু পৰিয়াল, আত্মীয় স্বজনৰ হত্যাৰ দৃশ্য প্ৰত্যক্ষ কৰা; পৰিয়াল আৰু সামাজিক বান্ধোনৰ লগতে মৌলিক আন্তঃগাঁথনিৰ বিশৃংখল অৱস্থা; জীৱিকা নিৰ্বাহৰ উৎসৰ ক্ষতি আদিয়ে মনঃপীড়া আৰু হতাশাৰ সৃষ্টি কৰে। সংঘৰ্ষৰ এনে ফলাফল আৰু প্ৰভাৱসমূহ ভুক্তভোগীৰ মনত দীৰ্ঘ সময় জুৰি থাকি যায়। তেওঁলোকৰ নিজৰ লগতে পৰিয়ালৰ সদস্যসকলৰ জীৱন আৰু জীৱিকাৰ নিৰাপত্তাৰ চিন্তাত তেওঁলোক শংকিত হৈ পৰে।[৯] ধৰ্ষণ বা যৌন আতিশয্যৰ বলি হোৱা মহিলা আৰু কিশোৰীসকল স্বাস্থ্যজনিত সমস্যাৰো সন্মুখীন হয়। তদুপৰি, যৌন হিংসাৰ ভুক্তভোগী মহিলাসকলক অধিকাংশ সমাজতে ভাল চকুৰে চোৱা নহয় আৰু সেই ঘটনাৰ বাবে ভুক্তভোগীকে জগৰীয়া কৰা হয়। সমাজৰ পৰা পোৱা এনেধৰণৰ অৱহেলা আৰু প্ৰত্যাখ্যানৰ বাবে এই মহিলাসকলে লজ্জাবোধ কৰে, নিজকে অকলশৰীয়া, মূল্যহীন যেন অনুভৱ কৰে আৰু হতাশাগ্ৰস্ত হৈ পৰে।[১০] বহু সমাজত প্ৰচলিত কিছুমান বাধ্যবাধকতাৰ বাবে



যৌন আতিশয্যৰ বলি হোৱা মহিলাসকলক সমাজচ্যুত কৰা হয়। তেনে অভিজ্ঞতাৰ কথা গম পোৱাৰ পাছত স্বামী আৰু পৰিয়ালৰ অন্য সদস্যসকলে তেওঁলোকক গ্ৰহণ নকৰিবও পাৰে।[১১] কিছুমান সমাজত আকৌ যৌন নিৰ্যাতনৰ বলি হোৱা মহিলাক কেন্দ্ৰ কৰি কিছুমান অন্ধবিশ্বাস প্ৰচলিত আছে। উদাহৰণস্বৰূপে, পশ্চিম আফ্ৰিকাৰ এঘাৰ বছৰীয়া সশস্ত্ৰ সংঘৰ্ষত বিধ্বস্ত ছিয়েৰা লিয়নত ধৰ্ষিতা মহিলাৰ গৰ্ভধাৰণ ক্ষমতা নোহোৱা হোৱা, যৌনভাৱে বিকাৰগ্ৰস্ত আৰু স্বামীৰ প্ৰতি অবিশ্বাসী হৈ পৰা বুলি বিশ্বাস কৰা হৈছিল।[১২]

সংঘৰ্ষৰ সময়ত লিংগ-ভিত্তিক হিংসাৰ ঘটনাৰ সংখ্যা বাঢ়ি অহাৰ বিষয়টো ১৯৯৫চনৰ 'বেইজিং প্লেটফৰ্ম ফৰ এক্সন' শীৰ্ষক আলোচনা চক্ৰত উত্থাপন কৰাৰ লগতে সেই বিষয়ে সবিশেষ আলোচনা কৰা হৈছিল। সেই আলোচনাত সাম্প্ৰদায়িক সংঘৰ্ষৰ সময়ত যে ধৰ্ষণ, যৌন নিৰ্যাতন, যৌন দাসত্ব, বলপূৰ্বক গৰ্ভধাৰণ, হত্যা, সন্ত্ৰাসবাদ আৰু হিংসাৰ দৰে মানৱ অধিকাৰ লংঘনৰ ঘটনাৰদ্বাৰা মহিলাসকল সহজে পীড়িত হয়, সেই বিষয়ত গুৰুত্ব আৰোপ কৰা হৈছিল।[১৩] ইউনাইটেড নেশ্যনছ হাই কমিছনাৰ ফৰ হিউমেন ৰাইটছে ২০০১ চনত আগবঢ়োৱা এখন প্ৰতিবেদনৰ মতে, ছিয়েৰা লিয়নৰ সংঘৰ্ষত শ-শ মহিলা আৰু কিশোৰী ধৰ্ষণ, বলপূৰ্বক বিবাহ আৰু যৌন দাসত্বৰ দৰে লিংগ-ভিত্তিক হিংসাৰ বলি হৈছিল। ২০০০ চনত ৰাষ্ট্ৰসংঘৰ সহ-পুঁজিৰ সহায়ত এটা প্ৰকল্পৰ বাবে ছিয়েৰা লিয়নৰ সংঘৰ্ষৰ ভুক্তভোগী মহিলাৰ বিষয়ে ক্ষেত্ৰ অধ্যয়ন কৰা হৈছিল। অধ্যয়নটোত পোৱা গৈছিল যে, ৭৩৩ গৰাকী মহিলাৰ ভিতৰত ৫৩৪ গৰাকীয়েই মানৱ অধিকাৰ উলংঘাৰ ভুক্তভোগী; ৩৮৩ গৰাকীয়ে যৌন নিৰ্যাতনৰ অভিজ্ঞতাৰ কথা কয়; ৩৪৫ গৰাকীক ধৰ্ষণ আৰু ১৯২ গৰাকীক গণধৰ্ষণ কৰা বুলি প্ৰমাণিত হয়; অধ্যয়নটোত অংশগ্ৰহণ কৰা ৪১ শতাংশক অপহৰণ কৰি নিয়া হৈছিল আৰু তাৰে ৩ শতাংশক অপহৰণকাৰীতাই বলপূৰ্বকভাৱে বিয়া কৰাইছিল।[১৪]

সশস্ত্ৰ সংঘৰ্ষত শত্ৰু বা 'মিত্ৰ পক্ষ' উভয়ৰদ্বাৰা যৌন অত্যাচাৰ নাইবা গণহত্যাৰ উদ্দেশ্য প্ৰণোদিত কৌশল হিচাপে গণ ধৰ্ষণকে ধৰি মহিলাৰ বিৰুদ্ধে বিভিন্ন ধৰণৰ নিৰ্যাতনৰ ঘটনা সংঘটিত হয়। সামৰিক যৌন দাসত্ব, গণ ধৰ্ষণ, বলপূৰ্বক বেশ্যাবৃত্তি, বলপূৰ্বক বিবাহ,

বলপূৰ্বক গৰ্ভধাৰণ কৰোৱা, দৈহিক অত্যাচাৰৰ সৈতে যৌন নিৰ্যাতন, পৰম্পৰাগত সাংস্কৃতিক পৰিচয় ৰক্ষাৰ স্বাৰ্থত যৌনাংগছেদন আদি হ'ল মহিলাৰ ওপৰত চলোৱা এনে ধৰণৰ কিছু নিৰ্যাতন। জীয়াই থকাৰ বাবে বা খাদ্য, আশ্ৰয় আৰু সুৰক্ষাৰ বিনিময়ত মহিলাসকলক যৌন কাৰ্যত লিপ্ত হ'বলৈ বাধ্য কৰোৱা হয়। আইন ব্যৱস্থাৰ সুস্থিৰতাৰ অভাৱে সংঘৰ্ষৰ সময়ত সকলো ধৰণৰ হিংসাত্মক ঘটনা বৃদ্ধিত অৰিহণা যোগায়। সংঘৰ্যই কঢ়িয়াই অনা হতাশা, উদ্বিগ্নতা, ক্ষমতাহীনতা আৰু পুৰুষৰ পৰম্পৰাগত ভূমিকাৰ পৰিৱৰ্তন মহিলাৰ ওপৰত ঘৰুৱা হিংসাৰ ৰূপত প্ৰকাশিত হয়। মদ্যপানে এনে পৰিস্থিতি বিষম কৰি তোলে। কিছুমান নিৰ্দিষ্ট নৃগোষ্ঠীয় সম্প্ৰদায়ৰ মহিলা আৰু কিশোৰীসকল সংঘৰ্ষ আৰু স্থানান্তৰৰ সমস্যাৰ দ্বাৰা বেছিকৈ ক্ষতিগ্ৰস্ত হয়। এনে সম্প্ৰদায়সমূহৰ মাজত ধৰ্ষণক গণহত্যাৰ আহিলা হিচাপে ব্যৱহাৰ কৰাৰ অঘোষিত বা ঘোষিত নীতি প্ৰচলিত আছে। অকলশৰীয়া মহিলা, ঘৰৰ মুৰব্বী হিচাপে থকা অকলশৰীয়া মহিলা, শাৰীৰিক আৰু মানসিকভাৱে বাধাগ্ৰস্ত মহিলা আৰু ডিটেনচন কেম্পত থকা মহিলাসকল সাধাৰণতে সঘনাই এনে কাৰ্যৰ লক্ষ্য হৈ পৰে।[১৫]

সশস্ত্ৰ সংঘৰ্ষৰ সময়ত মহিলা আৰু কিশোৰীসকলে সকলো ধৰণৰ শাৰীৰিক, মানসিক আৰু যৌন অত্যাচাৰ সহ্য কৰিবলগীয়া হয়। মহিলা, কিশোৰী আৰু কন্যা শিশুসকলেই সাধাৰণতে আক্ৰমণকাৰীৰ বাবে বিশেষ লক্ষ্য হৈ পৰে।[১৬] নিৰ্যাতন, ধৰ্ষণ, গণধৰ্ষণ, যৌন দাসত্ব, বলপূৰ্বক বেশ্যাবৃত্তি, বলপূৰ্বক বন্ধ্যাকৰণ, বলপূৰ্বক গৰ্ভপাত আৰু যৌনাংগছেদন এনেধৰণৰ হিংসাৰ অন্তৰ্ভুক্ত।[১৭] মহিলা, কিশোৰী আৰু কন্যা শিশুসকল অতীজৰে পৰাই ধৰ্ষণ আৰু গণ ধৰ্ষণৰ বলি হৈ আহিছে। আক্ৰমণকাৰীয়ে পৰাজিতসকলক প্ৰতীকী অৰ্থত আৰু শাৰীৰিকভাৱে অপমান কৰাৰ উদ্দেশ্যে ধৰ্ষণক এক আহিলা হিচাপে ব্যৱহাৰ কৰে।[১৮] ছিয়েৰা লিয়নৰ সংঘৰ্ষৰ সময়ত সশস্ত্ৰ গোটে ধৰ্ষণ কৰিবলৈ আগবাঢ়োতে বাধা দিয়াৰ বাবে মহিলাসকলক খাদ্যৰপৰা বঞ্চিত কৰি, প্ৰহাৰ কৰি, দৈহিক আৰু আৰু যৌন নিৰ্যাতনেৰে শাস্তি দিয়া হৈছিল।[১৯]

উগাণ্ডাত মহিলা আৰু কিশোৰীসকল সশস্ত্ৰ বিদ্ৰোহীৰ হাতত সদায়েই ধৰ্ষিতা হৈছিল আৰু বাধা দিয়াসকল চৰম শাস্তিৰ সন্মুখীন হৈছিল।[২০] ৰাৱাণ্ডাৰ সাম্প্ৰদায়িক সংঘৰ্ষ আৰু গণহত্যাৰ সময়ত বিৰোধী গোটে মহিলা আৰু কিশোৰীসকলক ধৰ্ষণ আৰু যৌনাংগছেদন কৰাটো কেৱল মহিলাসকলৰ ওপৰত চলোৱা অত্যাচাৰেই নাছিল, তাৰ জৰিয়তে মহিলাসকলৰ পৰিয়াল, বংশ আৰু নৃগোষ্ঠীৰ পুৰুষসকলক অৱমাননা কৰা আৰু ক্ষমতা প্ৰদৰ্শনো তেওঁলোকৰ উদ্দেশ্য আছিল।[২১] কেতিয়াবা মহিলা আৰু কিশোৰীসকলক বলপূৰ্বকভাৱে গৰ্ভৱতী কৰাৰ উদ্দেশ্যেৰেও তেওঁলোকক ধৰ্ষণ কৰা হয়। বছনিয়া আৰু হাৰ্জেগভিনাত ধৰ্ষণ, যৌন হিংসা আৰু বলপূৰ্বক গৰ্ভধাৰণ কৰোৱাক নৃগোষ্ঠী চাফাইকৰণৰ আহিলা হিচাপে ব্যৱহাৰ কৰা হৈছিল। কোনো কোনো সময়ত সশস্ত্ৰ বাহিনীয়ে বলপূৰ্বক গৰ্ভধাৰণক নৃগোষ্ঠীয় সম্প্ৰদায়ক ধ্বংস কৰাৰ এটা কৌশল হিচাপেও ব্যৱহাৰ কৰে। বছনিয়া, হাৰ্জেগভিনা আৰু ৰাৱাণ্ডাৰ সংঘৰ্ষৰ সময়ত মহিলা আৰু কিশোৰীসকলক গৰ্ভধাৰণ নকৰালৈকে বাৰম্বাৰ ধৰ্ষণ কৰা হৈছিল।[২২]



সংঘৰ্ষৰ সময়ত মহিলা আৰু কিশোৰীসকল প্ৰায়ে যৌন দাসত্বৰ বলি হ'ব লগা হয়। আক্ৰমণকাৰীয়ে অপহৰণ কৰি নিয়া মহিলা আৰু কিশোৰীসকলক তেওঁলোকৰ যৌন দাসী হ'বলৈ বাধ্য কৰোৱা হয়। ডেমক্ৰেটিক ৰিপাব্লিক অৱ কংগো, ছিয়েৰা লিয়ন আৰু উগাণ্ডাৰ সংঘৰ্ষৰ সময়ত অপহৃতা মহিলাসকলক যৌন নিৰ্যাতন কৰাৰ ঘটনা ব্যাপকভাৱে সংঘটিত হৈছিল।[২৩] ইণ্টাৰনেচনেল অৰ্গেনাইজেচন ফৰ মাইগ্ৰেশ্যনৰ মতে, ২০০১ চনত আন্তঃৰাষ্ট্ৰীয় সীমাৰে ৭ লাখৰ পৰা ২০ লাখ মহিলা আৰু শিশুৰ সৰবৰাহ হৈছিল।[২৪] সশস্ত্ৰ সংঘৰ্ষৰ সৈতে এই কাৰ্যৰ সম্পৰ্ক থকাৰ বহু প্ৰমাণ পোৱা যায়। সৰবৰাহৰ সৈতে যৌন দাসত্ব, যৌন শোষণ, বেশ্যাবৃত্তি আদি জড়িত হৈ আছে। সৰবৰাহ হোৱা মহিলা আৰু কিশোৰীসকলে শাৰীৰিক আৰু মানসিক সমস্যা বিশেষকৈ এইচ আই ভি/এইড্ছৰ দৰে প্ৰজননজনিত স্বাস্থ্য সমস্যা, মনঃপীড়া, ধৰ্ষণ আৰু যৌন নিৰ্যাতনৰ বাবে অবাঞ্চিত মাতৃত্ব আদি বহুতো সমস্যাৰ সন্মুখীন হয়।[২৫]

সংঘৰ্ষৰ সময়ত সামাজিক আন্তঃক্ৰিয়াৰ পৰিৱৰ্তনে মানসিক যন্ত্ৰণাৰ সৃষ্টি কৰিব পাৰে। কেইটামান অধ্যয়নৰ মতে, কিছুমান সামাজিক লিংগ-ভিত্তিক কাৰ্যকলাপে মহিলাসকলৰ

মানসিক সুস্থতাৰ ওপৰত প্ৰভাৱ পেলায়। আফগানিস্তানত তালিবানৰ শাসনৰ সময়ত মহিলাৰ স্বাস্থ্য সম্পৰ্কে চলোৱা এটা অধ্যয়নত অংশগ্ৰহণকাৰী মহিলাসকলে তেওঁলোকৰ চলা-ফিৰা, চাকৰি আৰু পঢ়া-শুনাৰ ক্ষেত্ৰত তালিবানী নীতিয়ে আৰোপ কৰা সীমাবদ্ধতাই তেওঁলোকৰ মনত হতাশাৰ সৃষ্টি কৰাৰ কথা স্বীকাৰ কৰে। অধ্যয়নত অংশ লোৱা দলটোৰ ৬৫ শতাংশ মহিলাই আত্মহত্যা কৰিবলৈ ইচ্ছুক আৰু ১৬ শতাংশই আত্মহত্যাৰ চেষ্টা কৰা বুলিও অধ্যয়নটোত প্ৰমাণিত হয়।[২৬]

যৌন হিংসাৰ অভিজ্ঞতাই মহিলা আৰু কিশোৰীসকলক দীৰ্ঘ সময়ৰ বাবে মানসিক আঘাত দিব পাৰে। ভুক্তভোগীৰ বাবে ধৰ্ষণে অতি গুৰুতৰ সামাজিক পৰিণতি কঢ়িয়াই অনাৰ লগতে তথ্য মুকলি কৰাৰ পাছত তেওঁলোকৰ বাবে পৰিস্থিতি বিপদজনকো হৈ উঠিব পাৰে। পূৰ্বৰ য়ুগোশ্লাভিয়াত সংঘৰ্ষৰ সময়ত ধৰ্ষণৰ কথা মুকলি কৰিবলৈ বাধ্য হোৱাৰ পাছত মহিলাসকলে আত্মহত্যাৰ চেষ্টা কৰাৰ তথ্য পোৱা গৈছিল।[২৭]

সশস্ত্ৰ সংঘৰ্ষৰ সময়ত মহিলা আৰু কিশোৰীসকলে পুৰুষৰ তুলনাত বেছিকৈ বিভিন্ন ধৰণৰ বিপদৰ সন্মুখীন হয়। সংঘৰ্ষ বা যুদ্ধৰ এক কৌশল হিচাপে যৌন হিংসাক ব্যৱহাৰ কৰাৰ বহুতো প্ৰমাণ আছে। ধৰ্ষণ, যৌন দাসত্ব, বলপূৰ্বক বেশ্যাবৃত্তি, বলপূৰ্বক বন্ধ্যাকৰণ আদি হ'ল যৌন হিংসাৰে বিভিন্ন ধৰণ। যৌন নিৰ্যাতনৰ সন্মুখীন হোৱা মহিলাসকল প্ৰায়ে পৰিয়াল আৰু সমাজৰদ্বাৰা অৱহেলিত হয়, যি ভুক্তভোগীসকলৰ মনঃপীড়াৰ কাৰণ হৈ পৰে। তদুপৰি, যৌন হিংসাই তেওঁলোকৰ মাজত এইচ আই ভি/এইড্ছত আক্ৰান্ত হোৱাৰ প্ৰৱণতাও বৃদ্ধি কৰে।[২৮]

মহিলাসকলৰ ওপৰত গোষ্ঠী তথা সাম্প্ৰদায়িক সংঘৰ্ষই গুৰুতৰ প্ৰভাৱ পেলায়। অতীজৰে পৰা মহিলাৰ ওপৰত যৌন নিৰ্যাতন চলোৱাটো এক সামৰিক কৌশল হিচাপে ব্যৱহৃত হৈ আহিছে। সাম্প্ৰদায়িক সংঘৰ্ষৰ সময়ত যেতিয়া পুৰুষসকলক হত্যা কৰা হয় বা আক্ৰমণকাৰীয়ে বলপূৰ্বকভাৱে লৈ যায়, তেতিয়া অকলশৰীয়া হৈ পৰা মহিলাসকল প্ৰায়েই যৌন হিংসাৰ বলি হয়। সাম্প্ৰদায়িক সংঘৰ্ষৰ ফলত ভুক্তভোগীসকল মানসিকভাৱে যথেষ্ট ক্ষতিগ্ৰস্ত হয়। সাম্প্ৰদায়িক সংঘৰ্ষৰ বহু উদাহৰণৰপৰা দেখা যায় যে,



ভুক্তভোগীসকলৰ মানসিক অৱস্থাৰ প্ৰভাৱ দীৰ্ঘদিনীয়া, কিন্তু সেই প্ৰভাৱ দৃশ্যমান নহয়। শ্ৰীলংকাৰ উত্তৰ-পূব অঞ্চলত হোৱা ৰাজনৈতিক হিংসাৰ ক্ষেত্ৰতো ব্যতিক্ৰম হোৱা নাছিল। একেৰাহে চলা হিংসা, ধৰ্ষণ, ভয় আৰু অনিশ্চয়তাৰ মাজত জীয়াই থকা, সামাজিক-ৰাজনৈতিক অস্থিৰতা, সম্পত্তি ধ্বংস আদিয়ে মানুহৰ মনৰ ওপৰত গুৰুতৰ প্ৰভাৱ পেলাইছিল। ৰক্ষণশীল তামিল সমাজত বিবাহৰ পূৰ্বে মহিলাৰ কুমাৰীত্ব, সতীত্ব আৰু শুচিতা অতি গুৰুত্বপূৰ্ণ। গতিকে এনে এখন সমাজে ধৰ্ষিতা মহিলাক কেতিয়াও গ্ৰহণ নকৰে। তেওঁলোক প্ৰথমে ধৰ্ষণকাৰীৰদ্বাৰা আৰু তাৰপাছত সমাজৰদ্বাৰা নিপীড়িত হয়।[২৯]

সংঘৰ্ষৰ ভুক্তভোগীসকলৰ মানসিক অৱস্থা সম্পৰ্কীয় বহুতো অধ্যয়নে প্ৰমাণ কৰে যে, সংঘৰ্ষই তেওঁলোকৰ মনৰ ওপৰত গভীৰভাৱে প্ৰভাৱ পেলায়। সংঘৰ্ষৰ ভুক্তভোগী মহিলাসকল প্ৰায়ে মানসিক চাপ আৰু মনঃপীড়াজনিত বিকাৰত ভোগে। কেতিয়াবা সংঘৰ্ষৰ পাছৰ সময়ছোৱাত পুৰুষে মহিলাৰ ওপৰত চলোৱা ঘৰুৱা হিংসাৰ বাবেও এনেধৰণৰ মানসিক সমস্যাৰ সৃষ্টি হ'ব পাৰে। মহিলাসকলক সংস্কৃতি আৰু নৃগোষ্ঠীয় পৰিচয়ৰ প্ৰতীকী বাহক আৰু ভৱিষ্যত প্ৰজন্মৰ উৎপাদক বুলি গণ্য কৰা হয়। সংঘৰ্ষজনিত পৰিস্থিতিত তেওঁলোকে যেতিয়া এই ভূমিকা পালন কৰাত ব্যৰ্থ হয়, তেতিয়া নিজৰ সম্প্ৰদায়টোৰ পৰাই ভাবুকি আৰু আক্ৰমণৰ সন্মুখীন হ'ব পাৰে। ভুক্তভোগী মহিলাসকলে প্ৰায়ে সমাজচ্যুত হোৱাৰ ভয়ত যৌন হিংসাৰ ঘটনাৰ কথা মুকলিকৈ ক'বলৈ ইচ্ছা নকৰে।[৩০]

শাৰীৰিক আৰু মানসিক প্ৰভাৱৰ উপৰিও এটা সম্প্ৰদায়ৰ সামাজিক স্বাস্থ্যৰ ওপৰত সংঘৰ্ষৰ প্ৰভাৱ গভীৰ আৰু ব্যাপক। মহিলা ভুক্তভোগীসকলে যেতিয়া নিজকে অকলশৰীয়া বুলি ভাবিবলৈ লয় নাইবা সমাজে তেওঁলোকক বিচ্ছিন্ন কৰে, তেতিয়া সম্প্ৰদায় এটাৰ মাজৰ সামাজিক বান্ধোন ধ্বংস হয়।[৩১]

জৈৱিক কাৰণত আৰু সামাজিক ভূমিকাৰ বাবে মহিলাসকল লিংগ-ভিত্তিক হিংসাৰদ্বাৰা সহজে পীড়িত হয়। ধৰ্ষণ, যৌন নিৰ্যাতন আদিৰ অভিজ্ঞতাবোৰে তেওঁলোকৰ জীৱনত দীৰ্ঘদিনীয়া প্ৰভাৱ পেলায়। এনে মহিলাসকলৰ সৰহভাগকেই পৰিয়াল আৰু সমাজে গ্ৰহণ নকৰে, কেতিয়াবা তেওঁলোক অবিবাহিত হৈ ৰয় আৰু কেতিয়াবা উপায়হীন হৈ কোনো

কোনোৱে পথত আশ্ৰয় ল'বলৈ বাধ্য হয়। ইণ্টাৰনেচনেল ৰেছকিউ কমিটীৰ মতে, মানুহৰ অতিমাত্ৰা ভিৰ আৰু ৰাতি পোহৰৰ সু-ব্যৱস্থা নথকা, শোচনীয় স্নানাগাৰ, শৌচাগাৰ আদিও সংঘৰ্ষৰ সময়ত যৌন হিংসাৰ কাৰণ হ'ব পাৰে। মহিলা আৰু কিশোৰীসকলে সন্মুখীন হোৱা ভয়ংকৰ অভিজ্ঞতাবোৰে তেওঁলোকৰ মৌলিক স্বাধীনতা আৰু অধিকাৰসমূহ উপভোগ কৰাৰ ক্ষেত্ৰতো বাধাৰ সৃষ্টি কৰিব পাৰে। যৌন হিংসাৰ দীৰ্ঘসময়জোৰা প্ৰভাৱ, যৌন নিৰ্যাতন আৰু শোষণৰ সহ-সম্পৰ্ক আৰু এইচ আই ভি /এইড্ছৰ দৰে ৰোগৰ দ্ৰুতগতিত সংক্ৰমণৰ ভয়ংকৰ সামাজিক-অৰ্থনৈতিক প্ৰভাৱৰ ওপৰত সাধাৰণতে উপযুক্তভাৱে গুৰুত্ব দিয়া নহয়। কংগো, লাইবেৰিয়া আৰু ছিয়েৰা লিয়নৰ সংঘৰ্ষৰ সময়ত হোৱা যৌন হিংসাই মহিলাসকলক মানসিক আৰু শাৰীৰিকভাৱে ইমান বেছি ক্ষতি কৰিছিল যে বহুসংখ্যক মহিলা সেই অৱস্থাৰ পৰা কেতিয়াও সম্পূৰ্ণৰূপে আৰোগ্য নহ'ল। তেওঁলোকৰ বহুতেই এইচ আই ভিৰদ্বাৰা আক্ৰান্ত হ'ল, যি তেওঁলোকৰ ভৱিষ্যতৰ লগতে সন্তানৰ বাবেও ভাবুকি কঢ়িয়াই আনিছিল।[৩২]

**সংঘৰ্ষ পীড়িত মহিলা আৰু সামাজিক সংবেদনশীলতা ঃ** সংঘৰ্ষ বা যুদ্ধৰদ্বাৰা পীড়িত মহিলা আৰু কিশোৰীসকলক তেওঁলোকক সহযোগিতা আৰু সমৰ্থন আগবঢ়াব পৰা এখন সমাজৰ প্ৰয়োজন হয় যাতে তেওঁলোকে মনৰ ভাৱ মুকলিকৈ প্ৰকাশ কৰিব পাৰে আৰু গোপনীয়তাৰ নিশ্চিতিও থাকে। এই ক্ষেত্ৰত পুৰুষসকলে সমৰ্থন আগবঢ়োৱা উচিত আৰু সমাজ এখনত তেনে এটা পৰিৱেশ সৃষ্টি কৰাৰ ক্ষেত্ৰত পুৰুষসকলে গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে। সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক পৰিস্থিতিৰ লগতে মানসিক অৱস্থাৰ ক্ষেত্ৰতো গুৰুত্ব আৰোপ কৰি ব্যৱস্থা গ্ৰহণ কৰিলে এই ক্ষেত্ৰত সফল হ'ব পৰা যায়। নিৰাপদ আৰু সমৰ্থনমূলক পৰিৱেশে মনঃপীড়াত ভোগা মহিলাসকলক সোনকালে আৰোগ্য হোৱাত সহায় কৰে আৰু তেতিয়া তেওঁলোকে সহজে পুনৰ স্বাভাৱিক জীৱনটোলৈ ঘূৰি আহিব পাৰে। তেনে পৰিৱেশে তেওঁলোকক আগৰ সম্বন্ধসমূহ পুনৰ ঘূৰাই পোৱা আৰু পুনৰ প্ৰতিষ্ঠা কৰাতো সহায় কৰে। তদুপৰি পৰিয়ালৰ সৈতে পুনৰ মিলনে মনঃপীড়াৰ প্ৰভাৱ কমোৱাতো সহায় কৰে। পূৰ্বৰ যুগোশ্লাভিয়াৰ যুদ্ধৰ সময়ত কেইবাটাও পশ্চিমীয়া



সংস্থাই ধৰ্ষণৰ বলি হোৱা মহিলাসকলক দিহা-পৰামৰ্শ প্ৰদানৰ বাবে ক্ৰ'ৱেচিয়া, বছনিয়া আৰু হাৰ্জেগভিনালৈ আহিছিল। মহিলাসকলৰ সৈতে কথা-বতৰা পতাৰ সময়ত তেওঁলোকে প্ৰথমেই জানিব খুজিছিল তেওঁলোকৰ স্বামী আৰু পৰিয়ালৰ সদস্যসকলৰ কথা আৰু সন্তানসকলে উপযুক্তভাৱে খাদ্য আৰু চিকিৎসা সেৱা পাইছেনে নাই। যৌন হিংসাৰ ভুক্তভোগী মহিলাসকলক আৰোগ্য হোৱাৰ পাছত পুনৰ পৰীক্ষা নকৰিলে তেওঁলোকে আকৌ মনঃপীড়াত ভুগিব পাৰে।[৩৩] শিক্ষাই কিশোৰী আৰু মহিলাসকলৰ মানসিক সুস্বাস্থ্য ৰক্ষাত সহায় কৰে। ৰাছিয়ান ফেডাৰেচনৰ ইনগাশ্বেচিয়াত চলোৱা এটা অধ্যয়নত পোৱা গৈছিল যে, শিক্ষাই মহিলা ভুক্তভোগীসকলক কেৱল শিক্ষিত কৰাই নহয়, তেওঁলোকৰ মানসিক আঘাতৰ উপশম ঘটাই অন্য কাম-কাজত মনোযোগ দিয়াতো সহায় কৰে।[৩৪]

**মহিলাৰ পৰিৱৰ্তিত ভূমিকা ঃ** সংঘৰ্ষই সমাজ এখনত মহিলাসকলৰ ভূমিকাৰ পৰিৱৰ্তন ঘটাব পাৰে। পৰিয়ালৰ পুৰুষ সদস্যসকলৰ যেতিয়া মৃত্যু হয় বা অপহৃত হয়, মহিলাসকলেই তেতিয়া পৰিয়ালৰ মুৰব্বী হৈ পৰে। পুৰুষ সদস্যসকলৰ অনুপস্থিতিত মহিলাসকলে উপাৰ্জন কৰাৰ পৰা আৰম্ভ কৰি ঘৰ, পৰিয়ালৰ চোৱা-চিতা কৰাকে ধৰি সকলোবোৰ দায়িত্ব কান্ধ পাতি ল'বলৈ বাধ্য হয়। বেছিভাগ সমাজতেই এনে ধাৰণা প্ৰচলিত আছে যে মহিলাসকলৰ দায়িত্ব কেৱল ঘৰৰ কাম-কাজ কৰা আৰু পৰিয়ালৰ সদস্যসকলক চোৱা-চিতা কৰা। সংঘৰ্ষ হৈ যোৱাৰ পাছৰ সময়ছোৱাত মহিলাসকলৰ তেনেধৰণৰ ভূমিকা আৰু দায়িত্বৰ যথেষ্টখিনি পৰিৱৰ্তন ঘটে। অধিকাংশ মহিলাৰ বাবেই নতুন জীৱন আৰু দায়িত্বসমূহৰ সৈতে খাপ খাই পৰাটো জটিল হৈ পৰে। সংঘৰ্ষৰ ভয়ানক অভিজ্ঞতাই তেওঁলোকৰ মনোজগতত পেলোৱা প্ৰভাৱ, হতাশা, নিৰাপত্তাহীনতা আদিৰ মাজত তেওঁলোকে নতুন জীৱনটোৰ সৈতে খাপ খাবলৈ নিজকে প্ৰস্তুত কৰিবলগীয়া হয়। শিক্ষাৰ অভাৱ, আৰ্থিক অনগ্ৰসৰতা আৰু সামাজিক বাধ্যবাধকতাই এই ক্ষেত্ৰত বাধাৰ সৃষ্টি কৰে। জীৱিকা অৰ্জনৰ বাবে তেওঁলোকে পৰম্পৰাগতভাৱে পুৰুষে কৰা কাম হিচাপে স্বীকৃত কামবোৰো কৰিবলগীয়া হয়। এই পৰিৱৰ্তিত ভূমিকাই মহিলাসকলক সমাজত এক নতুন স্থিতি প্ৰদান কৰে। কিন্তু কোনো কোনো সময়ত সামাজিক নিন্দাৰপৰা হাত সৰাটো তেওঁলোকৰ বাবে কঠিন হৈ

পৰে।

**সম্পৰ্কৰ পৰিৱৰ্তন আৰু নতুন পথৰ সন্ধান ঃ** সশস্ত্ৰ সংঘৰ্ষই সামাজিক গাঁথনি, যোগাযোগ আৰু বিশেষকৈ মহিলাসকলৰ বাবে সম্পৰ্কৰ পৰিৱৰ্তন ঘটায়। সংঘৰ্ষত পৰিয়ালসমূহৰ পুৰুষ সদস্যসকলৰ মৃত্যু ঘটা বা তেওঁলোক আঁতৰি যোৱাৰ ফলত মহিলা মুৰব্বী থকা পৰিয়ালৰ সংখ্যা বৃদ্ধি পায়।[৩৫] সংঘৰ্ষজনিত পৰিস্থিতিত কেতিয়াবা পুৰুষসকলৰ অনুপস্থিতিত মহিলাসকলেই পৰিয়ালৰ একমাত্ৰ উপাৰ্জনকৰোঁতা হৈ পৰে। সচৰাচৰ পুৰুষে কৰা বা মহিলাসকলৰ বাবে নতুন আৰু অপৰম্পৰাগত বৃত্তি কিছুমানত তেওঁলোকে নিজকে নিয়োজিত কৰিবলগা হয়। সংঘৰ্ষই পৰম্পৰা ভংগ কৰে, কিন্তু মহিলাসকলৰ বাবে নতুন বাট মুকলি কৰে। তেওঁলোকে অপৰম্পৰাগত কামবোৰ কৰিবলৈ বাধ্য হয় আৰু স্বাধীনতা, নমনীয়তা আদিৰ সৈতে তেওঁলোকে এক নতুন ভূমিকা পালন কৰে। কেতিয়াবা সংঘৰ্ষত পুৰুষসকলৰ মৃত্যু হ'লে বা সেই ঠাইৰপৰা আঁতৰি গ'লে তেওঁলোকৰ স্থানত মহিলাসকলে ৰাজহুৱা বা ব্যক্তিগত বাগিচা নাইবা খেতিপথাৰত দিন হাজিৰা কৰা শ্ৰমিক হিচাপে কাম কৰিবলগীয়া হয়। মহিলা আৰু কিশোৰীসকলে অ-প্ৰাতিষ্ঠানিক ক্ষেত্ৰত অতি কম পাৰিশ্ৰমিকত শ্ৰমিকৰ উপযুক্ত সুৰক্ষা আৰু নিৰাপত্তা অবিহনেই কাম কৰিবলগীয়া হয়। কোনো কোনো সময়ত উপাৰ্জনৰ সন্ধানত তেওঁলোক বেশ্যাবৃত্তি নাইবা চোৰাং ব্যৱসায়ৰ দৰে অবৈধ কাম-কাজতো জড়িত হৈ পৰে।[৩৬]

**মহিলাসকলৰ শিক্ষাৰ ক্ষেত্ৰত সংঘৰ্ষৰ প্ৰভাৱ ঃ** সংঘৰ্ষৰ সময়ত শিক্ষালাভৰ ক্ষেত্ৰত অহা বাধাই কিশোৰী আৰু মহিলাসকলৰ সামাজিক অৱস্থাৰ দিশটোতো পৰোক্ষভাৱে প্ৰভাৱ পেলায়। মহিলাসকলৰ আৰ্থিক, মানসিক আৰু সামাজিক স্থিতি শক্তিশালী কৰি তোলাত শিক্ষা এক প্ৰধান আহিলা। শিক্ষাই মহিলাসকলক সিদ্ধান্তগ্ৰহণৰ সামৰ্থ্য আৰু আত্মবিশ্বাসৰ সৈতে সবল কৰি তোলে। সংঘৰ্ষ হোৱা অঞ্চলৰ সকলো ধৰণৰ আন্তঃগাঁথনি ধ্বংস হোৱাৰ লগতে সেই অঞ্চলৰ ছাত্ৰ-ছাত্ৰীৰ শিক্ষাও বিঘ্নিত হয়। এই ক্ষেত্ৰত কিশোৰী-যুৱতীসকল অধিক প্ৰভাৱিত হয় আৰু তেওঁলোকৰ মাজত স্কুল, কলেজ আধাতে সামৰাৰ হাৰো বেছি। কাৰণ, বহু সমাজত ছোৱালীক কম বয়সতে বিয়া দিয়াৰ ধাৰণা আৰু পৰম্পৰা প্ৰচলিত হৈ



আহিছে। গতিকে সংঘৰ্ষই শিক্ষা ব্যাহত কৰা কিশোৰী-যুৱতীসকলক তেওঁলোকৰ অভিভাৱকে তেনে পৰিস্থিতি শাম কটাৰ পাছত স্কুল-কলেজলৈ পঠিয়াবলৈ ইচ্ছা নকৰে। সংঘৰ্ষই উপাৰ্জন, আশ্ৰয় আদিৰ প্ৰতি অনা ভাবুকিৰ ফলতো তেওঁলোকে কন্যা সন্তানসকলক পঢ়িবলৈ পঠোৱাতকৈ বিয়া দিয়াতহে বেছি গুৰুত্ব দিয়ে। কিশোৰী-যুৱতীসকলক শিক্ষাগ্ৰহণৰ পৰা বঞ্চিত কৰাটোৱে সমগ্ৰ সমাজখনতে প্ৰভাৱ পেলায়। শিক্ষাই তেওঁলোকৰ সৰ্বদিশৰ উন্নয়নতে সহায় কৰে। এগৰাকী শিক্ষিতা মহিলাই নিজৰ স্বাস্থ্যৰ লগতে সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আদি দিশৰ বিষয়ে ভালদৰে বুজি পায় আৰু পৰিয়াল আৰু সমাজলৈ উল্লেখনীয় অৱদান আগবঢ়াব পাৰে। মহিলাসকলৰ শিক্ষাগ্ৰহণৰ ক্ষেত্ৰত ব্যাঘাত জন্মাটোৱে সামগ্ৰিকভাৱে ভৱিষ্যত প্ৰজন্ম আৰু সমাজতো প্ৰভাৱ পেলায়।

সংঘৰ্ষ, স্থানান্তৰ আৰু মহিলাক শিক্ষাগ্ৰহণৰ বাবে অনুৎসাহিত কৰা কিছুমান সামাজিক ধাৰণাই এক বৃহৎ সংখ্যক মহিলাক শিক্ষাগ্ৰহণৰপৰা বঞ্চিত কৰিছে। ব্ৰুকিংছ্ৰৰ চেণ্টাৰ ফৰ ইউনিভাৰ্ছেল এডুকেশ্যনৰ অধ্যক্ষ ৰেবেকা উইনথ্ৰপে লিখিছে, 'এগৰাকী কিশোৰী বা মহিলাক শিক্ষিত কৰাটোৱে কেৱল তেওঁলোকৰ নিজৰেই নহয়, সন্তান, পৰিয়াল আৰু সমাজৰ স্বাস্থ্য, সামাজিক আৰু অৰ্থনৈতিক দিশৰ উন্নতিত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে।' ২০১০-১৪ চনৰ এখন প্ৰতিবেদনৰ মতে, শিক্ষিত কিশোৰীসকলৰ মাজত সোনকালে বিয়া হোৱাৰ উদাহৰণ কম আৰু এইচ আই ভি/এইড্ছৰদ্বাৰা সংক্ৰমিত হোৱাৰ সংখ্যাও কম। ন'বেল বঁটা বিজয়ী অৰ্থনীতিবিদ অমৰ্ত্য সেনে কিশোৰী-মহিলাসকলৰ শিক্ষাৰ লগত শিশুৰ মৃত্যুৰ হাৰ হ্ৰাসৰ সম্বন্ধ থকাৰ বিষয়টো প্ৰথমবাৰৰ বাবে উল্লেখ কৰিছিল।[৩৭]

গতিকে দেখা গ'ল যে, সংঘৰ্ষৰদ্বাৰা মহিলাসকল বিভিন্নধৰণে প্ৰভাৱিত হয়। মহিলাসকলৰ সামাজিক স্থিতি আৰু লিংগভিত্তিক বৈষম্যৰ বাবে তেওঁলোকৰ যন্ত্ৰণা অধিক হয়। সংঘৰ্ষৰ অৰ্থনৈতিক, স্বাস্থ্যজনিত, সামাজিক আৰু মানসিক এই সকলোবোৰ প্ৰভাৱ আন্তঃসম্পৰ্কিত। লিংগজনিত আৰু সামাজিক বাধ্যবাধকতাৰ বাবে পুৰুষৰ তুলনাত মহিলাসকল দীৰ্ঘদিন ধৰি মানসিক প্ৰভাৱৰ বলি হয়। সংঘৰ্ষই সৃষ্টি কৰা ভয়ানক আৰু বিশৃংখল পৰিস্থিতিয়ে স্বাস্থ্যৰ লগতে মহিলাসকলৰ মনঃস্তত্বত দীৰ্ঘ সময়জুৰি প্ৰভাৱ পেলায়। কেতিয়াবা তেনে প্ৰভাৱ

স্থায়ীও হৈ পৰাৰ সম্ভাৱনা থাকে। সংঘৰ্ষৰ সময়ত আৰু পাছত হোৱা মহিলাসকলৰ স্বাস্থ্যৰ সমস্যাসমূহে ভৱিষ্যতে তেওঁলোকৰ সাধাৰণ আৰু প্ৰজননজনিত স্বাস্থ্যৰ ক্ষেত্ৰত ভাবুকিৰ সৃষ্টি কৰিব পাৰে। তদুপৰি সংঘৰ্ষত স্বামী নতুবা পৰিয়ালৰ মুখ্য উপাৰ্জনকৰ্তা পুৰুষজনক হেৰুৱাবলগীয়া হ'লে তেওঁলোকে এক নতুন দায়িত্ব পালন কৰিবলগীয়া হয়। সংঘৰ্ষই সৃষ্টি কৰা ভয়াৱহ আৰু অনিশ্চিত পৰিস্থিতি, সমস্যা আদিৰ মাজতে পৰিয়ালৰ মুখ্য উপাৰ্জনকৰ্তাৰ দায়িত্বৰে তেওঁলোকে এক নতুন ভূমিকাৰ সৈতে সহাৱস্থান কৰিবলগীয়া হয়।

******

## প্ৰসংগ টোকা ঃ

[১] CEDAW/C.2001/1/;/CRC/C/15/Add.116;A/51/306

[২] Study submitted by the Secretary-General Pursuant to Security Council Resolution 1325 (2000), *Women, Peace and Security*, United Nations, 2000, p.16.

[৩] Amani El Jack, *Gender and Conflict*, Bridge, 2003.

[৪] Mubika Augustine Kudakwashe, Bukalia Richard, *Causes of Armed Conflicts and their Effects on Women*, International Journal of Research in Humanities and Social Studies, Volume 2, Issue 4, April 2015.

[৫] Adam Andani Mohammed, *Impact of Chieftaincy Conflict on the Economic Status of Women in Ghana*, International Journal of Novel Research in Humanity and Social Sciences, vol.2, issue.4, pp. (90-105), July-August, 2015.

[৬] Thomas Plumper and Eric Neumayer, *The Unequal Burden of War: The Effect of Armed Conflict on the Gender Gap in Life Expectancy*, International Organization 60, 2006.

[৭] Mubika Augustine Kudakwashe, Bukaliya Richard, *Causes of Armed Conflicts and Their Effects on Women,* International Journal of Research in Humanities and Social Studies, Vol-2, issue-4, April, 2015, pp: 77-85.



[৮] United Nations, *Women, Peace and Security,* Study submitted by the Secretary-General, 2002.

[৯] Ibid.

[১০] United Nations High Commissioner for Refugees, *Sexual violence against refugees*, Geneva, 1995.

[১১] R. Fischbach and Herbert, B, *Domestic violence and mental health: Correlates and conundrums within and across cultures*, Social science medicine, vol.45, No.8 (1997); L. Heise et. al., Violence against women.

[১২] United Nations, *Women, Peace and Security,* Study submitted by the Secretary-General, 2002.

[১৩] United Nations, Beijing Declaration and Platform for Action, Fourth World Conference on Women, September 15, 1995.

[১৪] United Nations, United Nations High Commissioner for Human Rights, *Report on the human rights situation in Sierra Leone*, United Nations, New York, August 9, 2001.

[১৫] World Health Organizations, *Violence Against Women*, A Report, July 1997.

[১৬] CEDAW/C.2001/1/Add.1/;CRC/C/15/Add.133; CRC/C/15/Add.116; A/51/306.

[১৭] Report of the Special Rapporteur on violence against women, its causes and consequences (E/CN.4/2001/73).

[১৮] Stiglmayer, *Mass Rape.*

[১৯] Amnesty International, *Sierra Leone: Rape and other forms of sexual violence against girls and women*, Report of the High Commissioner for Human Rights on the situation of human rights in Sierra Leone (E/CN.4/2001/35), London, 2000.

[২০] Isis-WICCE, *Women's experience of armed conflict in Uganda, Gulu district 1986 to 1999*, p.21.

[২১] Human Rights Watch, *Leave none to tell the story: Genocide in Rwanda*, New York, 1999.

[২২] Stiglmayer, *Mass Rape.*

[২৩] Coalition, *Child soldiers global report*; A/51/306; Report of the High Commissioner for Human Rights on the situation of human rights in Sierra Leone (E/CN.4/2001/35).

[২৪] New IOM figures on the global scale of trafficking, *Trafficking in Migrants Quarterly Bulletin*, No.23, April 2001.

[২৫] Report of the Special Rapporteur on violence against women, its causes and consequences on trafficking in women, women's migration and violence against women (E/CN.4/2000/68).

[২৬] Physicians for Human Rights, *Women's health and human rights in Afghanistan: A population-based assessment*, Boston, 2001.

[২৭] Marie de la Soudiere, *The impact of war in the former Yugoslavia: A needs assessment* (Geneva, UNHCR, 1993); Ariane Brunet and Stephanie Rousseau, *Acknowledging violations, struggling against impunity: Women's rights, human rights, Common grounds*, Indai Lourdes Sajor, ed.' pp. 33-60.

[২৮] Mubika Augustine Kudakwashe, Bukaliya Richard, *Causes of Armed Conflicts and Their Effects on Women,* International Journal of Research in Humanities and Social Studies, Vol-2, issue-4, April 2015, pp: 77-85.

[২৯] P.K.M. Dissanayake, *A study of the social consequences of ethnic conflict in the north-east of Sri Lanka*, Proceedings of the second academic sessions-2004.

[৩০] Yahaya A.B., Tinab M., *Socio-economic effects of armed conflict on women and children in Bawku municipality,* UDS International Journal of Development (UDSIJD), vol.2, no.1, August 2015.



[৩১] World Health Organization, *Violence against women- In situations of armed conflict and displacement*, July 1997.

[৩২] Unicef, *The impact of conflict on women and girls in West and Central Africa and the Unicef response*, March, 2005.

[৩৩] United Nations, *Women, Peace and Security,* Study submitted by the Secretary-General, 2002.

[৩৪] International Rescue Committee, *Promoting the rights of children in emergencies: Case study of child and community participation in the IRC's non-formal education and psychosocial support project in Ingushetia,* New York, IRC, 2002, draft.

[৩৫] IASC Secretariat, *Mainstreaming gender in the humanitarian response to humanities.*

[৩৬] United Nations, *Women, Peace and Security,* Study submitted by the Secretary-General, 2002.

[৩৭] Karen Sherman, *The impact of conflict on women's access to education: Spotlight on Burundi.*

# অসমত গোষ্ঠী সংঘৰ্ষৰ বলি হোৱা মহিলাসকল

গোষ্ঠী সংঘৰ্ষই অসমক সময়ে সময়ে উত্তপ্ত কৰি গৈছে। সংঘৰ্ষ হোৱা অঞ্চলসমূহৰ বিশৃংখল, বিধ্বস্ত পৰিৱেশৰ মাজত আবাসীসকলে বিভিন্ন ধৰণৰ সমস্যাৰ মাজেৰে দিন কটাবলগীয়া হয়। লিংগজনিত বিভিন্নতাৰ বাবে সংঘৰ্ষজনিত পৰিস্থিতিত উদ্ভৱ হোৱা সমস্যাসমূহৰ অধিক ভুক্তভোগী হয় মহিলাসকল। অসমৰ বিভিন্ন ঠাইত সংঘটিত হোৱা গোষ্ঠী সংঘৰ্ষসমূহত হাজাৰ হাজাৰ মহিলা এনে সমস্যাৰ সন্মুখীন হৈছে। কাৰোবাৰ সংঘৰ্ষত বা তাৰ পাছত আশ্রয় শিবিৰত মৃত্যু হৈছে, কোনোৱে আপোনজনক হেৰুৱাই সৰ্বস্বান্ত হৈ পুনৰ জীৱন সংগ্ৰামত ব্ৰতী হৈছে আৰু আন কোনোবাই আকৌ সংঘৰ্ষৰ পাছত দীৰ্ঘদিনীয়া পংগুত্ব নতুবা মানসিক অসুস্থতাক সাৱটি লৈছে। মহিলাসকলক সংঘৰ্ষই কেনেধৰণে ক্ষতিগ্ৰস্ত কৰে আৰু তেওঁলোকে কি কি সমস্যাৰ সন্মুখীন হয় তথা পিছৰ সময়ছোৱাত কেনেদৰে জীৱন সংগ্ৰামত ব্ৰতী হয়, সেই বিষয়ে এক ক্ষেত্ৰভিত্তিক অধ্যয়ন চলোৱা হৈছিল। অধ্যয়নৰ ক্ষেত্ৰ হিচাপে গোষ্ঠী সংঘৰ্ষৰ এক দীৰ্ঘদিনীয়া ইতিহাস থকাৰ ভিত্তিত কোকৰাঝাৰ জিলাক বাছনি কৰা হৈছিল।

**অধ্যয়ন ক্ষেত্ৰৰ পৰিচয় ঃ** অসমৰ পশ্চিম অংশত অৱস্থিত কোকৰাঝাৰ এখন প্ৰশাসনিক জিলা। জিলাখনৰ মুখ্য কাৰ্যালয় কোকৰাঝাৰ চহৰত অৱস্থিত। বড়োলেণ্ড স্বায়ত্বশাসিত পৰিষদৰদ্বাৰা জিলাখন পৰিচালিত। অসমৰ মুঠ জনসংখ্যাৰ ২.৮৫ শতাংশ কোকৰাঝাৰ জিলাত আছে আৰু ইয়াক উত্তৰ পূৰ্বাঞ্চলৰ দুৱাৰমুখ বুলি কোৱা হয়। উত্তৰ-পূবৰ ৰাজ্যসমূহলৈ পথ পৰিবহণ আৰু ৰে'ল পৰিবহণ এই জিলাখনৰ মাজেদিয়েই সম্পন্ন হয়। ই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত অৱস্থিত। কোকৰাঝাৰ আগতে অবিভক্ত গোৱালপাৰা জিলাৰ এটা অংশ আছিল। বিমলা প্ৰসাদ চলিহা অসমৰ মুখ্যমন্ত্ৰীৰ পদত থকাৰ সময়ছোৱাত তিনিটা মহকুমা গঠন কৰা হৈছিল আৰু তাৰে এটা আছিল কোকৰাঝাৰ। ১৯৮৩ চনৰ ১



জুলাইত কোকৰাঝাৰ মহকুমাক জিলা হিচাপে ঘোষণা কৰা হয়। জিলাখনে ৩২৯৬ বৰ্গকিল'মিটাৰ আগুৰি আছে। ২০১১ চনৰ লোকপিয়লৰ মতে, কোকৰাঝাৰ জিলাৰ জনসংখ্যা হ'ল ৮,৮৭,১৪২। লিংগ অনুপাত হ'ল প্ৰতি ১০০০ জন পুৰুষৰ বিপৰীতে ৯৫৮ গৰাকী মহিলা আৰু সাক্ষৰতাৰ হাৰ হ'ল ৬৬.৬৩ শতাংশ। কোকৰাঝাৰত কেৱল নিৰ্দিষ্ট এটা নৃগোষ্ঠীয় সম্প্ৰদায়ৰ লোকে বাস নকৰে। District Census Handbook, Kokrajhar (Series-19, Part XII-B)ৰ তথ্যমতে, জিলাখনত অনুসূচিত জনজাতিৰ ৩১.৪১ শতাংশ লোকে বাস কৰে। তাৰ বিপৰীতে অনুসূচিত জাতিৰ লোকৰ শতকৰা হাৰ হ'ল ৩.৩৩ শতাংশ। প্ৰধানকৈ বড়ো সম্প্ৰদায়ৰ লোকৰ বাসভূমি যদিও কোকৰাঝাৰ বহু-নৃগোষ্ঠীয়। বড়ো, কলিতা, ব্ৰাহ্মণ, চাওতাল, নেপালী, বাঙালী, কোঁচ-ৰাজবংশী আদি বিভিন্ন সম্প্ৰদায়ৰ লোকে কোকৰাঝাৰত বাস কৰে। বাঙালীসকলৰ অধিকাংশই ইছলাম ধৰ্মাৱলম্বী আৰু চাওতালসকলৰ ৯০ শতাংশই খ্ৰীষ্টিয়ান। জিলাখনৰ চৰকাৰী ভাষা হ'ল বড়ো। কোকৰাঝাৰ জিলাত পাঁচটা ৰাজহ চক্ৰ আছে। সেয়া হ'ল ঃ কোকৰাঝাৰ, দোতমা, ভাউৰাগুৰি, গোসাইগাঁও আৰু বাগৰিবাৰী। জিলাখনৰ মহকুমা দুটা— কোকৰাঝাৰ আৰু গোসাইগাঁও।[1]

গোষ্ঠী সংঘৰ্ষৰ ক্ষেত্ৰত কোকৰাঝাৰৰ এক দীঘলীয়া ইতিহাস আছে। অঞ্চলটোৰ সামাজিক-ৰাজনৈতিক বুৰঞ্জীও বৈশিষ্ট্যপূৰ্ণ। ১৯৯০ৰ দশকটোত সক্ৰিয় উগ্ৰপন্থা আৰু বড়ো আন্দোলনে অঞ্চলটো উত্তপ্ত কৰি তুলিছিল।[2] ১৯৯০ চনত অসমত অসম গণ পৰিষদ দলৰ শাসন শেষ হৈছিল আৰু ১৯৯১ চনত কংগ্ৰেছ চৰকাৰ ক্ষমতালৈ আহিছিল। বড়ো আন্দোলনৰ নেতাসকলে নতুন চৰকাৰখনৰ পৰা যথেষ্ট আশা কৰিছিল। কিন্তু চৰকাৰখনে তেওঁলোকৰ বিষয়টোৰ সমাধান কৰা নাছিল। দুয়োপক্ষৰ মাজত হোৱা আলোচনাত বড়ো নেতাসকলে পৃথক ৰাজ্যৰ দাবী উঠাই লৈছিল। পাছত ১৯৯৩ চনত বি এ চি (Bodoland Autonomous Council-BAC)চুক্তি স্বাক্ষৰিত হৈছিল। পৰিষদৰ সীমা বিভাজিত নোহোৱা আৰু নিৰ্বাচন সময়মতে নোহোৱাৰ ফলত ঐতিহাসিক বড়ো চুক্তিখন সাৰ্থক নহ'ল। বড়ো নেতাসকলে ক্ষমতাৰ সুযোগ ল'লে আৰু ব্যক্তিগত তথা দলীয় প্ৰতিদ্বন্দ্বিতাসমূহ বৃদ্ধি পালে।[3] বড়ো চুক্তি স্বাক্ষৰ কৰাৰ সময়ত অসম চৰকাৰে পৰিষদৰ পৰা ১০০০ৰো অধিক গাঁও বড়োসকল সংখ্যাগৰিষ্ঠ নোহোৱাৰ বাবে আঁতৰাই ৰাখিছিল। সেই অঞ্চলসমূহত

বড়োসকলক সংখ্যাগৰিষ্ঠ কৰাৰ প্ৰচেষ্টাৰ ফলত ১৯৯৩ চনত বাংলাভাষী মুছলমান, ১৯৯৫ চনত বাংলাভাষী হিন্দু আৰু ১৯৯৬ চনত চাওতালসকলৰ ওপৰত বড়োসকলৰ আক্ৰমণ আৰু সংঘৰ্ষ সংঘটিত হৈছিল। সেই সংঘৰ্ষসমূহত প্ৰায় ৩,৫০,০০০ লোক স্থানান্তৰ (displacement) আৰু শতাধিক লোক নিহত হৈছিল।[৪] ১৯৯৬ চনৰ মে'-জুন মাহত বড়ো আৰু চাওতালসকলৰ মাজত সংঘটিত হোৱা গোষ্ঠী সংঘৰ্ষ অতি হিংসাত্মক আছিল। এই সংঘৰ্ষত প্ৰায় ১০০০জন লোকৰ মৃত্যু হোৱাৰ লগতে ২,৫০,০০০ লোক স্থানান্তৰিত হৈছিল। ১৯৯৮ চনৰ মে'ৰপৰা ছেপ্টেম্বৰ মাহৰ ভিতৰত বড়ো আৰু চাওতালসকলৰ মাজত হোৱা সংঘৰ্ষসমূহত ৫০ৰো অধিক লোকৰ মৃত্যু হৈছিল।[৫]

২০১২ চনৰ জুলাই মাহত কোকৰাঝাৰত পুনৰ বড়ো আৰু বাংলাভাষী মুছলমানসকলৰ মাজত সংঘৰ্ষৰ সূত্ৰপাত হয়। ২০১২ চনৰ ২০ জুলাইৰ দিনা জয়পুৰ নামৰ অঞ্চলটোত অচিনাক্ত দুৰ্বৃত্তই চাৰিজন বড়ো যুৱকক হত্যা কৰাৰ পাছতে এই দুটা সম্প্ৰদায়ৰ মাজত সংঘৰ্ষ হয়। ২১ জুলাইৰ দিনা বড়োসকলে মুছলমানসকলক আক্ৰমণ কৰি দুজনক হত্যা কৰে আৰু ঘটনাটোত বহুসংখ্যক আহত হয়। এই সংঘৰ্ষত প্ৰায় ৮০ জন লোক নিহত হৈছিল। সংঘৰ্ষটোৰ সময়ত ৪,০০,০০০ লোকক অস্থায়ী আশ্ৰয় শিবিৰলৈ স্থানান্তৰ কৰা হৈছিল। স্থানান্তৰিত হোৱাসকলৰ অধিকাংশই আছিল মুছলমান। এই সংঘৰ্ষত প্ৰায় ৫০০খন গাঁও ধ্বংস হৈছিল।[৬] ২০১২ চনৰ সংঘৰ্ষত ঘৰ জ্বলোৱা, শস্য নষ্ট কৰা, লুটপাত আদি কাৰ্য বেছিকৈ ঘটিছিল। সংঘৰ্ষৰ ফলত হোৱা স্থানান্তৰৰ (displacement) এইটো সম্ভৱ ভাৰতৰ ভিতৰতেই নিকৃষ্টতম উদাহৰণ।[৭] হিউমেন ৰাইট্‌ছ ৱাট্‌ছে প্ৰস্তুত কৰি উলিওৱা 'World Report 2013: India- Events of 2012' শীৰ্ষক প্ৰতিবেদনৰ মতে, থলুৱা বড়ো জনগোষ্ঠী আৰু মুছলমান প্ৰব্ৰজনকাৰীসকলৰ মাজত সংঘৰ্ষ কোকৰাঝাৰতে আৰম্ভ হৈছিল আৰু লাহে লাহে অসমৰ বহুতো জিলাত বিয়পি পৰিছিল। ইয়াৰ ফলত কমেও ৯৭ জন লোকৰ মৃত্যু হৈছিল আৰু ৪,৫০,০০০ লোক স্থানান্তৰিত হৈছিল। এইদুটা সম্প্ৰদায়ৰ মাজত বিৰোধভাৱ বৃদ্ধি পোৱাৰ খবৰ পোৱা সত্বেও অসমৰ প্ৰশাসনে এই সংঘৰ্ষক বাধা দিয়াত বিফল হৈছিল।[৮]

২০১৪ চনৰ ২৩ ডিচেম্বৰত উগ্ৰপন্থীৰদ্বাৰা এলানি আক্ৰমণ সংঘটিত হৈছিল আৰু



সেই ঘটনা সংঘটিত হোৱা অঞ্চলসমূহৰ ভিতৰত কোকৰাঝাৰো অন্যতম আছিল। এই আক্ৰমণক উত্তৰ-পূবৰ আটাইতকৈ নিকৃষ্টতম গণহত্যাৰ ঘটনাৰ ভিতৰত এটা বুলি কোৱা হৈছে। এই আক্ৰমণ কোকৰাঝাৰ, চিৰাং আৰু শোণিতপুৰ জিলাত বৰদিনৰ প্ৰস্তুতিৰ সময়ত সংঘটিত হৈছিল। এন ডি এফ বি উগ্ৰপন্থীয়ে প্ৰায় ৬৫ জন আদিবাসী লোকক হত্যা কৰিছিল, তাৰ ভিতৰত আছিল ২১গৰাকী মহিলা আৰু ১৮টি শিশু।[৯] ২০১৪ চনৰ ২৬ ডিচেম্বৰত 'দ্য হিন্দু' কাকতত প্ৰকাশিত পি টি আইৰ এখন প্ৰতিবেদনৰ মতে, এই সংঘৰ্ষত মৃত্যু হোৱা লোকৰ সংখ্যা ৮১লৈ বৃদ্ধি পাইছিল। এই সংঘৰ্ষৰ পাছতে বিভিন্ন সংগঠনে আহ্বান জনোৱা বন্ধৰ ফলত সমগ্ৰ অসমৰে জনজীৱন স্তব্ধ হৈ পৰিছিল।[১০] সেইখন কাকততে ২০১৪ চনৰ ২৫ ডিচেম্বৰত প্ৰকাশিত এখন প্ৰতিবেদনৰ মতে, সেই আক্ৰমণৰ প্ৰতিশোধমূলক প্ৰতিক্ৰিয়া হিচাপে আদিবাসীসকলৰ আক্ৰমণত কোকৰাঝাৰ জিলাত চাৰিজন বড়ো লোকৰ মৃত্যু হৈছিল। সমগ্ৰ জিলাখনত অনিৰ্দিষ্ট সান্ধ্য আইন জাৰী কৰা সত্বেও তাৰ মাজতে বহুতো বড়ো লোকৰ ঘৰ জ্বলাই দিয়া হৈছিল।[১১]

মহিলাসকলক গোষ্ঠী সংঘৰ্ষই কেনেদৰে প্ৰভাৱিত কৰে, সেই বিষয়ে অধ্যয়নৰ উদ্দেশ্যে কোকৰাঝাৰ জিলাৰ কোকৰাঝাৰ আৰু গোসাইগাঁও মহকুমাৰ ১০ খন গাঁৱক অধ্যয়নৰ ক্ষেত্ৰ হিচাপে বাছনি কৰা হৈছিল। অধ্যয়নৰ বাবে বাছনি কৰা গাঁওকেইখন হ'লঃ ধাউলিগুৰি, বৰবিল, অঠাইবাৰী, আমিনকাটা, ৩ নং দাৱাগুৰি, শিমুলটাপু, কাৰিগাঁও, ভদিয়াগুৰি, জয়পুৰ আৰু পশ্চিম মালিগাঁও। এই গাঁওকেইখন বাছনি কৰাৰ কাৰণসমূহ হ'লঃ

(ক) এইগাঁওকেইখনৰবাসিন্দাসকল কেইবাৰাো গোষ্ঠী সংঘৰ্ষৰ অভিজ্ঞতাৰ সন্মুখীন হৈছে।[১২]

(খ) এই গাঁওসমূহত এটা সম্প্ৰদায় সংখ্যাগৰিষ্ঠ হ'লেও গাঁওসমূহ বহু-নৃগোষ্ঠীয় চৰিত্ৰৰ, কাৰণ ইয়াত কেইবাটাও সম্প্ৰদায়ৰ লোকে বাস কৰে।[১৩]

(গ) এই গাঁওসমূহত বাস কৰা অধিক সংখ্যক মহিলাই কঠোৰ পৰিশ্ৰমী আৰু তেওঁলোক উপাৰ্জন আহৰণকাৰী বিভিন্ন কৰ্মৰ সৈতে জড়িত।[১৪]

(গ) এই গাঁওকেইখন সকলো দিশৰ পৰাই পিছপৰা আৰু অনুন্নত।[১৫]

কোকৰাঝাৰ জিলাত গ্ৰামাঞ্চলৰ পৰিমাণ হ'ল ৩২৭৯.৬৮ বৰ্গকিল'মিটাৰ। জিলাখনত গৃহ থকা আৰু গৃহহীন লোককে ধৰি গ্ৰামাঞ্চলৰ জনসংখ্যা হ'ল

৮৩২,২০১। ক্ষেত্র অধ্যয়নৰ বাবে বাছনি কৰা গাঁওসমূহৰ এক চমু পৰিচয় কেইখনমান তালিকাৰ জৰিয়তে দাঙি ধৰা হ'লঃ

**তালিকা ১ ঃ**

| গাঁৱৰ নাম | গাঁৱৰ এলেকা (হেক্টৰ) | ঘৰৰ সংখ্যা |
|---|---|---|
| ধাউলিগুৰি | ২৭৬.০৪ | ৩১২ |
| বৰবিল | ১২৭.৮৬ | ২০৬ |
| আমিনকাটা | ১৫০.৩৯ | ১৩২ |
| অঠাইবাৰী | ৩৯০.৭৯ | ৪৩৮ |
| ৩ নং দাৱাগুৰি | ১১২.৪০ | ৩৩৩ |
| শিমুলটাপু | ১০৬.১৭ | ২৩১ |
| ভদিয়াগুৰি | ১২৪.২৭ | ৫৯৪ |
| কাৰিগাঁও | ৮৪.০০ | ২০ |
| জয়পুৰ | ২২৭.০১ | ৭৭৯ |
| পশ্চিম-মালিগাঁও | ২৩২.১৪ | ২৩৭ |

উৎস ঃ *District Census Handbook, Kokrajhar, series-19, Part-XII-B*

**তালিকা ২ ঃ**

| গাঁৱৰ নাম | জনসংখ্যা | | |
|---|---|---|---|
| | মুঠ | পুৰুষ | মহিলা |
| ধাউলিগুৰি | ১৫৮২ | ৮১৭ | ৭৬৫ |
| বৰবিল | ৯৭৭ | ৫০০ | ৪৭৭ |
| আমিনকাটা | ৭০৯ | ৩৩১ | ৩৭৮ |
| অঠাইবাৰী | ২৩৭২ | ১২০৮ | ১১৬৪ |
| ৩ নং দাৱাগুৰি | ১৭৭৯ | ৯০২ | ৮৭৭ |
| শিমুলটাপু | ১১৬২ | ৫৮৪ | ৫৭৮ |
| ভদিয়াগুৰি | ২৯১৩ | ১৪৭১ | ১৪৪২ |
| কাৰিগাঁও | ১০৭ | ৫৮ | ৪৯ |
| জয়পুৰ | ৩৮৯৩ | ১৯৬১ | ১৯৩২ |
| পশ্চিম মালিগাঁও | ১১৫৪ | ৫৭০ | ৫৮৪ |

উৎস ঃ *District Census Handbook, Kokrajhar, series-19, Part-XII-B*



**তালিকা ৩ ঃ**

| গাঁৱৰ নাম | সাক্ষৰ লোক | | | |
|---|---|---|---|---|
| | মুঠ | হাৰ | পুৰুষ | মহিলা |
| ধাউলিগুৰি | ৯৭৩ | ৬১.৫০% | ৫৫০ | ৪২৩ |
| বৰবিল | ৪২১ | ৪৩.০৯% | ২৪৩ | ১৭৮ |
| আমিনকাটা | ৪৯০ | ৬৯.১১% | ২৪৭ | ২৪৩ |
| অঠাইবাৰী | ৯৬৩ | ৪০.৫৯% | ৫৫২ | ৪১১ |
| ৩ নং দাৱাগুৰি | ৮১৮ | ৪৫.৯৮% | ৪৬৭ | ৩৫১ |
| শিমুলটাপু | ৭৬৪ | ৬৫.৭৪% | ৪০৬ | ৩৫৮ |
| ভদিয়াগুৰি | ১৬২৭ | ৫৫.৮৫% | ৮৯৩ | ৭৩৪ |
| কাৰিগাঁও | ৭১ | ৬৬.৩৫% | ৪০ | ৩১ |
| জয়পুৰ | ১৯০৩ | ৪৮.৮৮% | ১০৯১ | ৮১২ |
| পশ্চিম মালিগাঁও | ৬৬৭ | ৫৭.৭৯% | ৩৫৭ | ৩১০ |

উৎস ঃ *District Census Handbook, Kokrajhar, series-19, Part-XII-B*

**তালিকা ৪ ঃ**

| গাঁৱৰ নাম | নিৰক্ষৰ লোক | | | |
|---|---|---|---|---|
| | মুঠ | হাৰ | পুৰুষ | মহিলা |
| ধাউলিগুৰি | ৬০৯ | ৩৮.৪৯% | ২৬৭ | ৩৪২ |
| বৰবিল | ৫৫৬ | ৫৬.৯০% | ২৫৭ | ২৯৯ |
| আমিনকাটা | ২১৯ | ৩০.৮৮% | ৮৪ | ১৩৫ |
| অঠাইবাৰী | ১৪০৯ | ৫৯.৪০% | ৬৫৬ | ৭৫৩ |
| ৩ নং দাৱাগুৰি | ৯৬১ | ৫৪.০১% | ৪৩৫ | ৫২৬ |
| শিমুলটাপু | ৩৯৮ | ৩৪.২৫% | ১৭৮ | ২২০ |
| ভদিয়াগুৰি | ১২৮৬ | ৪৪.১৪% | ৫৭৮ | ৭০৮ |
| কাৰিগাঁও | ৩৬ | ৩৩.৬৪% | ১৮ | ১৮ |
| জয়পুৰ | ১৯৯০ | ৫১.১১% | ৮৭০ | ১১২০ |
| পশ্চিম মালিগাঁও | ৪৮৭ | ৪২.২০% | ২১৩ | ২৭৪ |

উৎস ঃ *District Census Handbook, Kokrajhar, series-19, Part-XII-B*

তালিকা ৫ ঃ

| গাঁৱৰ নাম | মুঠ কৰ্মী | | |
|---|---|---|---|
| | মুঠ | পুৰুষ | মহিলা |
| ধাউলিগুৰি | ৩৪৮ | ৩০২ | ৪৬ |
| বৰবিল | ২৭২ | ২৩০ | ৪২ |
| আমিনকাটা | ৪২২ | ২০১ | ২২১ |
| অঠাইবাৰী | ৮৪৭ | ৬২৫ | ২২২ |
| ৩ নং দাৰাগুৰি | ৬৩২ | ৪৫৭ | ১৭৫ |
| শিমুলটাপু | ৩৬৮ | ৩০১ | ৬৭ |
| ভদিয়াগুৰি | ৮৫২ | ৭৭১ | ৮১ |
| কাৰিগাঁও | ৩৬ | ৩৫ | ১ |
| জয়পুৰ | ১১৩০ | ১০০৭ | ১২৩ |
| পশ্চিম মালিগাঁও | ৪০৭ | ২৬৯ | ১৩৮ |

উৎস ঃ *District Census Handbook, Kokrajhar, series-19, Part-XII-B*

তালিকা ৬ ঃ

| গাঁৱৰ নাম | খেতিয়ক | | |
|---|---|---|---|
| | মুঠ | পুৰুষ | মহিলা |
| ধাউলিগুৰি | ২২০ | ১৯৫ | ২৫ |
| বৰবিল | ১৭৭ | ১৫৯ | ১৮ |
| আমিনকাটা | ৯২ | ৭৬ | ১৬ |
| অঠাইবাৰী | ১৩১ | ১২৭ | ৪ |
| ৩ নং দাৰাগুৰি | ১৯১ | ১৮৬ | ৫ |
| শিমুলটাপু | ১৫১ | ১৩৪ | ১৭ |
| ভদিয়াগুৰি | ১৩৭ | ১২৯ | ৮ |
| কাৰিগাঁও | ৪ | ৪ | - |
| জয়পুৰ | ৬২ | ৫৬ | ৬ |
| পশ্চিম মালিগাঁও | ২১১ | ১৭২ | ৩৯ |

উৎস ঃ *District Census Handbook, Kokrajhar, series-19, Part-XII-B*



তালিকা ৭ ঃ

| গাঁৱৰ নাম | কৃষি শ্ৰমিক | | |
|---|---|---|---|
| | মুঠ | পুৰুষ | মহিলা |
| ধাউলিগুৰি | ৮ | ৭ | ১ |
| বৰবিল | - | - | - |
| আমিনকাটা | ১৪ | ৪ | ১০ |
| অঠাইবাৰী | ১৪৫ | ১১৫ | ৩০ |
| ৩ নং দাৰাগুৰি | ৮৪ | ৭২ | ১২ |
| শিমুলটাপু | ১২৮ | ১০৯ | ১৯ |
| ভদিয়াগুৰি | ৪০ | ৩৯ | ১ |
| কাৰিগাঁও | ১ | ১ | - |
| জয়পুৰ | ৭ | ৬ | ১ |
| পশ্চিম মালিগাঁও | ২ | ১ | ১ |

উৎস ঃ *District Census Handbook, Kokrajhar, series-19, Part-XII-B*

তালিকা ৮ ঃ

| গাঁৱৰ নাম | ঘৰুৱা উদ্যোগ কৰ্মী | | |
|---|---|---|---|
| | মুঠ | পুৰুষ | মহিলা |
| ধাউলিগুৰি | ৪ | ৩ | ১ |
| বৰবিল | ১৩ | ১১ | ২ |
| আমিনকাটা | ৫ | ৩ | ২ |
| অঠাইবাৰী | - | - | - |
| ৩ নং দাৰাগুৰি | ২ | ২ | - |
| শিমুলটাপু | ৮ | ৮ | - |
| ভদিয়াগুৰি | ৮ | ৭ | ১ |
| কাৰিগাঁও | ১ | ১ | - |
| জয়পুৰ | ১৫ | ১৫ | - |
| পশ্চিম মালিগাঁও | ৫ | ২ | ৩ |

উৎস ঃ *District Census Handbook, Kokrajhar, series-19, Part-XII-B*

তালিকা ৯ ঃ

| গাঁৱৰ নাম | অন্যান্য কৰ্মী | | |
|---|---|---|---|
| | মুঠ | পুৰুষ | মহিলা |
| ধাউলিগুৰি | ৫৮ | ৫২ | ৬ |
| বৰবিল | ২১ | ১০ | ১১ |
| আমিনকাটা | ৮৬ | ৬৯ | ১৭ |
| অঠাইবাৰী | ৩২৭ | ৩০৭ | ২০ |
| ৩ নং দাৰাগুৰি | ৩১৮ | ১৬৬ | ১৫২ |
| শিমুলটাপু | ১০ | ৬ | ৪ |
| ভদিয়াগুৰি | ৫০৮ | ৪৭৪ | ৩৪ |
| কাৰিগাঁও | ৬ | ৫ | ১ |
| জয়পুৰ | ৭১৪ | ৬৫৮ | ৫৬ |
| পশ্চিম মালিগাঁও | ৫৩ | ৩৪ | ১৯ |

উৎস ঃ *District Census Handbook, Kokrajhar, series-19, Part-XII-B*

উক্ত গাঁওকেইখনৰ বাসিন্দাসকল ১৯৯৬, ১৯৯৮, ২০১২ আৰু ২০১৪ চনত কোকৰাঝাৰত সংঘটিত হোৱা গোষ্ঠী সংঘৰ্ষৰ ভুক্তভোগী। মহিলাসকল সংঘৰ্ষৰদ্বাৰা কেনেদৰে প্ৰভাৱিত আৰু ক্ষতিগ্ৰস্ত হয়, সেই বিষয়ে অধ্যয়ন কৰাৰ উদ্দেশ্যে উক্ত সংঘৰ্ষ পীড়িত গাঁওকেইখনৰ একাংশ ভুক্তভোগী মহিলাৰ সৈতে কথা-বতৰা পাতি সংঘৰ্ষৰ সময়ৰ আৰু পাছৰ তেওঁলোকৰ অভিজ্ঞতাৰ বুজ লোৱা হৈছিল। বড়ো, মুছলমান, আদিবাসী এই তিনিওটা সম্প্ৰদায়ৰ মহিলাৰ সৈতে কথা পতা হৈছিল। ভুক্তভোগী মহিলাসকলে সংঘৰ্ষৰ সময়ৰ আৰু পাছৰ আশ্ৰয়, জীৱন, জীৱিকা, স্বাস্থ্য আদি সম্পৰ্কীয় সমস্যা আৰু অভিজ্ঞতাসমূহৰ বিষয়ে কৈছিল। অধ্যয়নত অংশ লোৱা মহিলাসকলৰ একাংশৰ অভিজ্ঞতা আৰু ভাষ্য বৰ্ণনাত্মক পদ্ধতিৰে ইয়াত আলোচনা কৰা হ'ল ঃ

(ক) আজিৰ পৰা ২১ বছৰৰ পূৰ্বে ১৯৯৬ চনৰ মে' মাহৰ এটা দিনৰ ঘটনাৱলীয়ে দলশ্ৰী মুছাহাৰীৰ জীৱনলৈ হঠাতে অমানিশা নমাই আনিছিল। বৰ্তমান ৪৮ বছৰীয়া দলশ্ৰী মুছাহাৰীৰ ঘৰ কোকৰাঝাৰৰ গোসাইগাঁৱৰপৰা প্ৰায় ১৪ কিল'মিটাৰ নিলগৰ শিমুলটাপু



গাঁৱত। ১৯৯৬ চনত বড়ো আৰু আদিবাসীসকলৰ মাজত হোৱা গোষ্ঠী সংঘৰ্ষটোৱে দলশ্ৰী মুছাহাৰীক চিৰদিনৰ বাবে নিঠৰুৱা কৰি থৈ গ'ল। দলশ্ৰী মুছাহাৰীৰ স্বামী তথা পৰিয়ালটোৰ সাৰথি, একমাত্ৰ উপাৰ্জনকৰোঁতা মদন মুছাহাৰীয়ে আদিবাসী আক্ৰমণকাৰীৰ আক্ৰমণৰ বলি হৈ অকালতে মৃত্যুক সাৱটি ল'ব লগা হয়। জীৱনলৈ ভয়াৱহ বিপৰ্যয় কঢ়িয়াই অনা সেই দিনটো দলশ্ৰী মুছাহাৰীয়ে তিক্ততাৰে সোঁৱৰণ কৰে। সেইদিনা বন্দুক, ধনু-কাঁড়, খুকুৰি আদি অস্ত্ৰেৰে সু-সজ্জিত হৈ আদিবাসী লোকৰ এটা দল তেওঁলোকৰ গাঁৱলৈ উত্তৰ দিশৰপৰা আহিছিল। সেইসময়ত তেওঁলোকৰ গাঁৱত ৫২ ঘৰ মানুহ আছিল। আদিবাসী আক্ৰমণকাৰীৰ দলটোৱে প্ৰথমে গাঁওখনৰ সকলো ঘৰ জ্বলাই দিছিল। ঘৰবোৰত ধন, অলংকাৰ আৰু অন্যান্য মূল্যবান সম্পদ যি পাইছিল, তেওঁলোকে লুট-পাত কৰি লৈ গৈছিল। আনকি মানুহৰ ঘৰৰ দমকলবোৰো নষ্ট কৰি থৈ গৈছিল। গাঁৱৰ বাসিন্দাসকলে কোনোমতে প্ৰাণ বচাই তাৰপৰা আঁতৰি গৈ জৰাগুৰি আশ্ৰয় শিবিৰত উপস্থিত হৈছিল। গাঁৱৰ পুৰুষসকলে শিবিৰত নাথাকি ৰাতি গাঁৱলৈ আহি পহৰা দিছিল। পিছদিনা দলশ্ৰীৰ স্বামী মদন মুছাহাৰী সন্ধিয়া শিবিৰৰপৰা গাঁৱলৈ আহি থাকোঁতে বাটতে এদল আদিবাসী লোকে আক্ৰমণ কৰে। তেওঁ পত্নী আৰু সন্তানৰ দায়িত্বৰ কথা কৈ তেওঁক হত্যা নকৰিবলৈ কাকুতি-মিনতি কৰিছিল। কিন্তু আক্ৰমণকাৰীয়ে তেওঁৰ আকুল অনুৰোধ ৰক্ষা নকৰিলে আৰু তেওঁক খুকুৰিৰে অতি নৃশংসভাৱে হত্যা কৰে। স্বামীৰ মৃত্যুৰ খবৰে দলশ্ৰীক শোকত বিহ্বল কৰি তুলিছিল। হঠাতে আহি পৰা এই বিপৰ্যয়ত তেওঁ চৌপাশে অন্ধকাৰ দেখিছিল। পাঁচটা কণ কণ ল'ৰা-ছোৱালীক লৈ তেওঁ কি কৰিব, ক'লৈ যাব একো উৱাদিহ পোৱা নাছিল। ছমাহৰ পাছত শিবিৰৰ পৰা যেতিয়া তেওঁ গাঁৱলৈ উভতি আহিছিল, তেওঁলোকৰ ঘৰখনৰ কোনো অস্তিত্বই নাছিল। স্বামীক হেৰুওৱাৰ বেদনা, আশ্ৰয় আৰু জীৱিকাৰ অভাৱ তথা পাঁচোটাকৈ সন্তানৰ দায়িত্বই তেওঁক দিশহাৰা কৰি তুলিছিল। ভোকাতুৰ কণ কণ সন্তানকেইটিৰ বাবে ভাতমুঠিৰ যোগান ধৰিবলৈ উপায়হীন হৈ তেওঁ ওচৰ-চুবুৰীয়াসকলৰপৰা চাউল আৰু পইচা খুজি-মাগি আনিছিল। তেনেকৈয়ে বহুদিন চলাৰ পাছত তেওঁ গাঁওখনৰে কেইঘৰমান মানুহৰ ঘৰত বনকৰা তিৰোতা হিচাপে দিন হাজিৰাৰ কাম পাইছিল। ইতিমধ্যে গাঁৱৰ মানুহখিনিয়ে

মিলি পইচা তুলি তেওঁৰ বাবে ঘৰ এটাও সাজি দিছিল। বিপদৰ সময়ত গাঁৱৰ মানুহখিনিৰ সহায়ৰ কথা তেওঁ কৃতজ্ঞতাৰে সোঁৱৰে।

১৯৯৬ চনৰ সংঘৰ্ষই দলশ্ৰী মুছাহাৰীৰ সুখৰ সংসাৰখনলৈ অভাৱনীয় দুৰ্যোগ নমাই আনিছিল। এক মুহূৰ্তৰ ভিতৰতে সেই ঘটনাই তেওঁক অকলশৰীয়া আৰু নিঠৰুৱা কৰি থৈ গৈছিল। সেই ঘটনাৰ পাছতে দলশ্ৰীৰ জীৱনটোৱে এক নতুন গতি লৈছিল। স্বামী বিয়োগৰ শোকত ভাগি পৰা সত্বেও পাঁচোটা সন্তানৰ মুখলৈ চাই তেওঁ নিজকে দৃঢ় কৰি তুলিছিল। ছজনীয়া পৰিয়ালটোৰ একমাত্ৰ উপাৰ্জনকৰোঁতা হৈ তেওঁ এক নতুন ভূমিকা ল'বলগীয়া হৈছিল। আনৰ ঘৰত খুজি-মাগি, দিন হাজিৰা কৰি অশেষ কষ্টেৰে তেওঁ পাঁচোটা সন্তানকে শিক্ষিত কৰিলে। তেওঁৰ চাৰিটি সন্তান উচ্চতৰ মাধ্যমিক উত্তীৰ্ণ হ'ল আৰু সৰু জীয়ৰীয়ে স্নাতক পৰ্যায়ত পঢ়ি আছে। দলশ্ৰী মুছাহাৰী নিজে দশম শ্ৰেণীলৈকে পঢ়া যদিও তেওঁ শিক্ষাৰ গুৰুত্ব মৰ্মে মৰ্মে অনুভৱ কৰে। তেওঁৰ মতে বৰ্তমানৰ পৃথিৱীখনত শিক্ষাৰ অবিহনে মানুহৰ জীৱন মূল্যহীন। কম শিক্ষাৰ বাবেই জীৱনলৈ অহা বিপৰ্যয়ৰ পাছত সন্মুখীন হোৱা বিভিন্ন ধৰণৰ সমস্যা আৰু জীৱিকাৰ সংকটৰ কথা তেওঁ বাৰুকৈয়ে উপলব্ধি কৰে। শিক্ষাৰ মূল্যক অনুধাৱন কৰিয়েই তেওঁ দুবেলা দুমুঠিৰ অভাৱক নেওচিও কঠোৰ পৰিশ্ৰম কৰি সন্তানকেইটাক শিক্ষিত কৰি তুলিলে। তিনিগৰাকী জীয়েকক বিয়া দি এতিয়া তেওঁ সৰু জীয়ৰী আৰু একমাত্ৰ পুত্ৰৰ সৈতে থাকে। পুত্ৰই সৰু-সুৰা ব্যৱসায় কৰি ঘৰ চলায় বাবে এতিয়া তেওঁ আগৰ দৰে সদায় দিন হাজিৰা কৰিব লগা নহয় যদিও ঘৰ চলোৱাত কষ্ট হয়। দুবছৰৰ আগতে গাঁৱৰ মানুহে তেওঁক ওচৰৰ অংগনৱাড়ী কেন্দ্ৰত ৰান্ধনিৰ কামত নিয়োগ কৰে। প্ৰতিটো বিপদৰ সময়তে সহায়ৰ হাত আগবঢ়াই অহা গাঁওখনৰ বাসিন্দাসকলৰ প্ৰতি তেওঁ কৃতজ্ঞ। গোষ্ঠী সংঘৰ্ষই এৰাতিৰ ভিতৰতে নিঠৰুৱা কৰি পেলোৱা দলশ্ৰী মুছাহাৰীয়ে সংঘৰ্ষৰ সময়ত তেওঁৰ জীৱনলৈ অন্ধকাৰ নমাই অনা স্বামীৰ মৃত্যুৰ সেই ঘটনাক স্মৰণ কৰি আজিও আতংক আৰু দুখত বিহ্বল হৈ পৰে। সংঘৰ্ষই কঢ়িয়াই অনা সেই বিপৰ্যয়ক প্ৰত্যাহ্বান জনাই তেওঁ কঠোৰ জীৱন সংগ্ৰামক আঁকোৱালি ল'বলগীয়া হৈছিল।

(খ) ১৯৯৬ চনৰ বড়ো-আদিবাসী সংঘৰ্ষৰ এগৰাকী ভুক্তভোগী ৩৫ বছৰীয়া নীলিমা



হাছদা। বৰবিল নামৰ অৰণ্যৰ মাজৰ আদিবাসী গাঁওখনৰ বাসিন্দা নীলিমা হাছদা তেতিয়া নৱম শ্ৰেণীৰ ছাত্ৰী। ঘটনাটো ঘটাৰ দিনা তেওঁ প্ৰয়োজনীয় কামত ঘৰৰ বাহিৰত আছিল। সেইদিনা হঠাতে অস্ত্ৰ-শস্ত্ৰেৰে সৈতে এদল বড়ো লোক গাঁওখনলৈ সোমাই আহিছিল। প্ৰাণৰ ভয়ত সকলোৱে তাৰ পৰা যেনেদৰে পাৰি আঁতৰি পলাই গৈছিল। ঘৰ আহি পাই পৰিস্থিতি বিষম দেখি নীলিমাইও গাঁৱৰ মানুহখিনিৰ লগতে দৌৰিছিল আৰু তেওঁলোক সকলো আশ্ৰয় শিবিৰ পাইছিলগৈ। নীলিমাহঁতৰ পৰিয়ালটোকে ধৰি গাঁৱৰ মানুহৰ অধিকাংশই এবছৰ কাল আশ্ৰয় শিবিৰতে কটাইছিল। আক্ৰমণকাৰীয়ে গাঁওখনৰ সকলো ঘৰ-দুৱাৰ ধ্বংস কৰি থৈ গৈছিল। নীলিমাহঁতৰ ঘৰৰ অন্যান্য মূল্যৱান বয়-বস্তুৰ লগতে তেওঁৰ কিতাপ-পত্ৰবোৰৰো কোনো চিন-চাব নাছিল। পঢ়াৰ প্ৰতি অত্যন্ত আগ্ৰহী নীলিমাই কিতাপ-পত্ৰবোৰ হেৰুৱাই পঢ়া আধৰুৱা হোৱাৰ আশংকাত চিন্তিত হৈ পৰিছিল। কাৰণ সংঘৰ্ষই জুৰুলা কৰি থৈ যোৱা অভাৱী পৰিয়ালটোৰ বাবে নতুনকৈ কিতাপ-পত্ৰ কিনি লোৱাটো সম্ভৱ নাছিল। তথাপি তেওঁ ভাগি পৰা নাছিল আৰু শিক্ষা আধৰুৱা হ'বলৈ নিদি পঢ়াৰ খৰচখিনি উলিয়াবলৈকে শিবিৰৰ ওচৰ-পাঁজৰৰ মানুহৰ ঘৰত বনকৰা ছোৱালী হিচাপে কাম কৰিছিল। তেনেদৰে কাম কৰোঁতেই তেওঁ সেই পৰিয়ালসমূহৰ ল'ৰা-ছোৱালীৰ পুৰণি পাঠ্যপুথিবোৰ ধাৰলৈ আনিছিল। এইদৰে নীলিমাই ধাৰ কৰি অনা কিতাপ লৈ শিবিৰৰ পৰাই পুনৰ স্কুললৈ যাবলৈ আৰম্ভ কৰিছিল। শিবিৰত খাদ্য, খোৱাপানী, শৌচাগাৰৰ অভাৱ, বেমাৰ-আজাৰৰ প্ৰাদুৰ্ভাৱ, অস্বাস্থ্যকৰ পৰিৱেশ আদিৰ মাজতে নীলিমাই পঢ়া-শুনা কৰিবলগীয়া হৈছিল। শিবিৰত থকা সময়তেই নীলিমাৰ মাকৰ মৃত্যু হয়। এনে উপৰ্যুপৰি বিপৰ্যয়ৰ মাজতো তেওঁ হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ বাবে সাজু হৈছিল। এই পৰীক্ষা দিয়াৰ পাছত পৰিয়ালটোৰ বোজা হৈ থাকিব নিবিচাৰি তেওঁ মিশ্যনেৰী হ'মলৈ গৈ তাত এবছৰ থাকিছিল। হাইস্কুল শিক্ষান্ত পৰীক্ষাত তেওঁ উত্তীৰ্ণ নহ'ল আৰু তেওঁৰ শিক্ষাৰো সিমানতে সামৰণি পৰিল। পুনৰ পৰীক্ষা দিবৰ বাবে তেওঁক আৰ্থিকভাৱে সকাহ দিবলৈও কোনো নাছিল। গতিকে শিক্ষালাভৰ আশা সিমানতে সামৰি বৃত্তিমুখী শিক্ষাৰে স্বাৱলম্বী হোৱাৰ উদ্দেশ্যে কাটিং, নিটিং, এমব্ৰইডাৰী আদিৰ প্ৰশিক্ষণ ল'বৰ বাবে তেওঁ বঙাইগাঁৱলৈ যায়। সুখ্যাতিৰে চাৰ্টিফিকেটসহ সেই প্ৰশিক্ষণ

লৈ আহি তেওঁ এটা পুৰণি চিলাই মেচিন কিনি ঘৰতে দৰ্জীৰ কাম আৰম্ভ কৰিছিল।

নীলিমা হাছদা বৰ্তমান এগৰাকী আশাকৰ্মী। বিয়া-বাৰু কৰাই এতিয়া তেওঁ দুটি সন্তানৰো মাতৃ, আৰ্থিক অৱস্থাও আগতকৈ যথেষ্ট টনকিয়াল। বৰ্তমানৰ জীৱনটো লৈ তেওঁ সুখী যদিও পঢ়া-শুনা আধৰুৱা হোৱাৰ দুখটো তেওঁ আজিও মনত পুহি ৰাখিছে। সংঘৰ্ষই হঠাতে সকলো থান-বান কৰি দিয়াৰ বাবেই তেওঁৰ শিক্ষাৰ দিশটোও বিশৃংখল হৈ পৰিছিল। তেওঁ কোনোমতে আনৰ ঘৰত কাম কৰি যথেষ্ট কষ্টেৰে পঢ়া-শুনা চলাই গৈছিল যদিও ঘৰুৱা সমস্যা আৰু আৰ্থিক অভাৱৰ ফলতে সেই ক্ষেত্ৰত সফল হ'ব নোৱাৰিলে বুলি তেওঁ অনুভৱ কৰে। সংঘৰ্ষৰ সময়তে তেওঁলোকৰ পৰিয়ালৰ সদস্যসকলে প্ৰাণ বচাবৰ বাবে নিৰাপদ স্থানৰ সন্ধানত গাঁৱৰপৰা আঁতৰি গৈছিল আৰু বেলেগ বেলেগ আশ্ৰয় শিবিৰত থাকিবলগীয়া হৈছিল। সেই বিচ্ছেদে তেওঁলোকৰ পৰিয়ালৰ মাজত থকা বান্ধোন শিথিল কৰি তোলাত সাৰ-পানী যোগাইছিল। গতিকে নীলিমাৰ সৈতে ককায়েকহঁতৰ মানসিক দূৰত্বও বাঢ়ি গৈছিল। মাকৰ মৃত্যুৰ পাছত নীলিমাৰ ককায়েকহঁতে তেওঁৰ দায়িত্ব ল'বলৈ আগবাঢ়ি নহাত নীলিমাই নিজৰ পথ নিজেই বিচাৰি ল'ব লগা হৈছিল। উচ্চ শিক্ষাৰে শিক্ষিত হোৱাৰ প্ৰবল হাবিয়াস থকা নীলিমা হাছদাই সংঘৰ্ষৰ ফলত পৰিয়ালটোলৈ আহি পৰা ভাঙোন আৰু আৰ্থিক দুৰ্দশাৰ ফলতেই শিক্ষা সম্পূৰ্ণ কৰিব নোৱাৰি জীৱিকাৰ পথৰহে সন্ধান কৰিবলগীয়া হৈছিল। নীলিমাৰ এতিয়া মাত্ৰ এটাই সপোন— হিংসা-দ্বেষৰ এই পৰিৱেশ আঁতৰি সমাজখনত শান্তি স্থাপন হওক, য'ত তেওঁৰ দৰে হতভগীয়া অভিভাৱকে নিজৰ আধৰুৱা সপোনবোৰ তেওঁলোকৰ সন্তানৰ মাজেৰে পূৰণ কৰিব পাৰিব।

(গ) ৰমজান মাহৰ উৎসৱমুখৰ ব্যস্ততাৰ মাজতে আহি পৰা সেই বিভীষিকাময় সময়ত শংকা, প্ৰাণৰ মায়াত সকলোৱে যেনি-তেনি দৌৱা আদি দৃশ্যবোৰ মনত পেলাই আজিও শিঁয়ৰি উঠে জামেনা বিবিয়ে। অঠাইবাৰী গাঁৱৰ ৩০ বছৰীয়া জামেনা বিবি সেইসময়ত পাঁচমাহৰ গৰ্ভৱতী আছিল। ২০১২ চনৰ বড়ো-মুছলমানৰ মাজত হোৱা গোষ্ঠী সংঘৰ্ষৰ সেই ভয়াৱহ সময়ৰ সাক্ষী এইগৰাকী মহিলা। জীৱন বচাবৰ বাবে গাঁৱৰ বাকী মানুহখিনিৰ লগতে জামেনাইও গৰ্ভৱতী দেহাৰেই বৰ কষ্টেৰে গাঁৱৰপৰা পলাই আলিগঞ্জৰ আশ্ৰয় শিবিৰলৈ গৈছিল। শিবিৰত তেওঁ খাদ্য, খোৱাপানী, অনাময় ব্যৱস্থা আদিকে ধৰি বিভিন্ন ধৰণৰ অসুবিধাৰ সন্মুখীন হৈছিল। শিবিৰত প্ৰশাসনৰ ফালৰপৰা যোগান ধৰা খাদ্য মানুহ অনুপাতে পৰ্যাপ্ত নোহোৱাত খাদ্যৰ অভাৱে দেখা দিছিল। ফলত জামেনাৰ দৰে গৰ্ভৱতী আৰু প্ৰসূতি মাতৃসকল অপুষ্টিত ভুগিছিল। জামেনা আৰু অন্য গৰ্ভৱতী মহিলাসকলৰ বাবে সেই সময়ছোৱাত খাবলৈ আইৰণৰ বড়িৰো যোগান ধৰা হোৱা নাছিল। জামেনাই শিবিৰত থাকোতেই ৰক্তহীনতাত ভুগিছিল। তদুপৰি শিবিৰৰ পৰিৱেশ আছিল অতি অস্বাস্থ্যকৰ য'ত শৌচাগাৰৰো ব্যৱস্থা নাছিল। খাদ্যৰ অভাৱ আৰু এনে অস্বাস্থ্যকৰ পৰিৱেশত জামেনা লাহে লাহে দুৰ্বল হৈ পৰিছিল। প্ৰসৱৰ সময় হোৱাত তেওঁক আশাকৰ্মীসকলে ওচৰৰ হস্পিটেলত ভৰ্তি কৰি দিছিল আৰু তাতে তেওঁ এটি দুৰ্বল স্বাস্থ্যৰ কন্যা সন্তানৰ জন্ম দিছিল। জামেনাই পৰ্যাপ্ত পৰিমাণে খাদ্য খাবলৈ নোপোৱাৰ ফলত ৰক্তহীনতা আৰু অপুষ্টিত ভোগাৰ বাবে সন্তানটিৰ স্বাস্থ্য বৰ দুৰ্বল আৰু ওজন কম আছিল। কেঁচুৱাটিয়ে পিছত দীৰ্ঘদিন ধৰি ডায়েৰীয়া আৰু অন্যান্য ৰোগত ভুগিছিল। সেই শিশুটি এতিয়া চাৰিবছৰীয়া। তাই স্বাভাৱিক যদিও শাৰীৰিকভাৱে দুৰ্বল। গৰ্ভৱতী অৱস্থাত সুস্থ-সবল সন্তান এটিৰ সপোন দেখা জামেনাৰ জীৱনলৈ হঠাতে সংঘৰ্ষজনিত পৰিস্থিতিয়ে বিপৰ্যয় কঢ়িয়াই আনিছিল। জামেনাই নেদেখাজনক দোৱা কৰে — সকলোৱে সুস্থ-সবল সন্তান জন্ম হওক, মানুহৰ আক্ৰোশৰ বাবে কোনো শিশুৱেই পংগু বা দুৰ্বল হৈ এই পৃথিৱীলৈ আহিব লগা নহওক। সংঘৰ্ষই তেওঁক আৰু সন্তানক যি কষ্ট দিলে সেই কষ্ট আৰু কোনেও নোপোৱাটোকে কামনা কৰে জামেনা বিবিয়ে।

(ঘ) আমিনকাটা গাঁৱৰ ৪৫ বছৰীয়া নিজৱা ব্ৰহ্মাৰ বাবে তাঁতশালখন আছিল বৰ হেঁপাহৰ। নিজৰ লগতে পৰিয়ালৰ সদস্যসকলৰ বাবে লাগতিয়াল কাপোৰ-কানি বোৱাৰ উপৰিও বোৱা কাপোৰ বিক্ৰী কৰি তেওঁ উপাৰ্জনো কৰিছিল। তেওঁ প্ৰতিদিনেই ঘৰুৱা কামৰপৰা অলপ আহৰি পালেই তাঁতশালখনত এবাৰ হ'লেও বহিছিল। অবিবাহিতা নিজৱা ব্ৰহ্মাৰ বাবে তাঁতশালখন আছিল আজৰি সময়ৰ লগৰী আৰু তেওঁ নিপুণ হাতেৰে বিভিন্ন ধৰণৰ নক্সাৰে তাত বাছকবনীয়া কাপোৰ বৈছিল। তাঁতশালত কাপোৰ বোৱাৰ সেই মধুৰ সময়বোৰ এতিয়া

তেওঁৰ বাবে অতীত হ'ল। ২০১২ চনৰ জুলাই মাহত হোৱা বড়ো-মুছলমানৰ গোষ্ঠী সংঘৰ্ষত তেওঁৰ তাঁতশালখনৰ চিন-চাব নোহোৱা হ'ল। আক্ৰমণকাৰীয়ে সেইখনো ধ্বংস কৰি থৈ গ'ল। আক্ৰমণকাৰীসকল গাঁৱৰ ফালে অহা দেখি গাঁৱৰ মানুহখিনিয়ে নিৰাপদ স্থান বিচাৰি যেনি-তেনি পলাই গৈছিল। আক্ৰমণকাৰীৰ দলটোৱে গাঁৱৰ সকলো ঘৰ জ্বলাই দিছিল, ধন, মূল্যৱান সামগ্ৰী, শস্য, গুদামঘৰ আদি লুটপাত কৰিছিল আৰু গৰু, ছাগলী আদিও লৈ গৈছিল। ঘৰবোৰৰ বাহিৰে-ভিতৰে যি য'ত আছিল সকলো তেওঁলোকে ধ্বংস কৰি থৈ গৈছিল। তাৰ মাজতে নিজৰা ব্ৰহ্মৰ তাঁতশালখনো আছিল। গান্ধাৰী বিল আশ্ৰয় শিবিৰত ৪ মাহ থকাৰ পাছত ঘৰলৈ আহি তেওঁ দেখে যে, তাঁতশালখন সম্পূৰ্ণকৈ ভাঙি থোৱা আছে। ভগা তাঁতশালখনতে সংযুক্ত হৈ আছিল বাৰখন আধা বোৱা দখনা আৰু কেইখনমান গামোছা।

সংঘৰ্ষত তাঁতশালখন ধ্বংস হোৱাটোৱে নিজৰা ব্ৰহ্মৰ জীৱনলৈ অভাৱনীয় পৰিৱৰ্তন আনিছিল। কাৰণ তাঁতশালখন নোহোৱা হোৱাৰ লগে লগে তেওঁৰ জীৱিকাৰ পথটোও নোহোৱা হৈ পৰিছিল। সংঘৰ্ষৰ পাছত ঘৰ-দুৱাৰ, সা-সম্পত্তিৰ ক্ষতিয়ে নিজৰা ব্ৰহ্মৰ পৰিয়ালটোলৈ আৰ্থিক বিপৰ্যয় কঢ়িয়াই আনিছিল। আগৰদৰে এতিয়া তেওঁলোকৰ খেতি-বাতি নাই। তাঁতশালখনৰ ধ্বংসৰ ফলত পৰিয়ালটোৰ বাবে জীৱিকা উপাৰ্জনৰ পথ এটাও ৰুদ্ধ হৈ পৰিছিল। সংঘৰ্ষই বহুখিনি ক্ষতি কৰাৰ ফলত পৰিয়ালটোৰ আৰ্থিক অৱস্থা এতিয়াও টনকিয়াল হৈ উঠা নাই। নিজৰা ব্ৰহ্মাইও আজিলৈকে নতুন তাঁতশাল এখন কিনিবলৈ ধন যোগাৰ কৰিব পৰা নাই। সংঘৰ্ষই এইদৰে তেওঁৰ পৰা কাঢ়ি লৈ গ'ল জীৱিকাৰ পথ। নিজৰা ব্ৰহ্মাই এতিয়াও আশা কৰে যে, এদিন তেওঁ তাঁতশাল এখন কিনিবলৈ ধনৰ যোগাৰ কৰিব আৰু পুনৰ আগৰ দৰে বিভিন্ন নক্সাৰে কাপোৰ ব'ব পাৰিব।

(ঙ) সংঘৰ্ষৰ সময়ৰ আতংকময় পৰিৱেশ, উছন হৈ পৰা গাঁওখন, পাছৰ সময়খিনিৰ কষ্টকৰ জীৱন সংগ্ৰাম আদিৰ স্মৃতিয়ে সোণা মুৰ্মুক আজিও আমনি কৰে। কোকৰাঝাৰৰ জয়পুৰ অঞ্চলৰ কাৰিগাঁও নামৰ গাঁওখনৰ বাসিন্দা ৬০ বছৰীয়া এই মহিলাগৰাকী ১৯৯৬, ১৯৯৮ আৰু ২০১৪ চনৰ বড়ো-আদিবাসী গোষ্ঠী সংঘৰ্ষৰ ভয়াৱহ অভিজ্ঞতাৰ সাক্ষী আৰু ভুক্তভোগী। সেই সময়খিনিৰ কথা সোঁৱৰণ কৰি তেওঁ চকুলো টুকিছিল। ১৯৯৬



চনৰ কোনোবা এটা দিনত তেওঁলোকৰ গাঁৱত এটা খবৰ বিয়পি পৰিছিল যে, বড়োসকলে আদিবাসী লোকসকলক হত্যা কৰিবলৈ আৰম্ভ কৰিছে। খবৰটো শুনি পৰিশ্ৰম কৰি শান্তিৰে, মিলাপ্ৰীতিৰে বাস কৰা গাঁওবাসীৰ মাজত এক আতংকময় পৰিৱেশৰ সৃষ্টি হৈছিল। গাঁওবাসী এঠাইত মিলিত হৈছিল আৰু সকলোৱে জীৱন ৰক্ষা কৰিবৰ বাবে ভগৱানক সমূহীয়াকৈ প্ৰাৰ্থনা জনাইছিল। কিন্তু কিছুসময়ৰ পাছতে এদল বড়ো লোকে গাঁৱত অতৰ্কিতে প্ৰৱেশ কৰি গুলিয়াবলৈ আৰম্ভ কৰিছিল। সকলোৱে মাজত হুৱা-দুৱা লাগিছিল। তেওঁলোকে প্ৰাণ বচাবৰ বাবে যেনি তেনি দৌৰি পলাবলৈ চেষ্টা কৰিছিল। বড়ো আক্ৰমণকাৰীসকলৰ গুলীচালনা বহুসময় ধৰি চলিছিল। ঘটনাটোৰ খবৰ পাই চি আৰ পি এফৰ জোৱান ঘটনাস্থলীলৈ আহিছিল আৰু গাঁৱৰ মানুহখিনিক জয়পুৰ আশ্ৰয় শিবিৰলৈ লৈ গৈছিল।

আশ্ৰয় শিবিৰত সোণা মুৰ্মুৰ পৰিয়ালটোৱে অভাৱনীয় কষ্ট ভোগ কৰিবলগীয়া হৈছিল। ১৯৯৬ চনৰ সংঘৰ্ষৰ পাছত ১৯৯৭ চনলৈকে আৰু ১৯৯৮ চনৰ সংঘৰ্ষৰ পাছত পুনৰ তেওঁলোক শিবিৰত ২০১০ চনলৈকে থাকিবলগীয়া হৈছিল। শিবিৰত থকা সময়তো এবাৰ বড়ো আক্ৰমণকাৰীয়ে গুলীচালনা কৰিছিল যদিও সৌভাগ্যক্ৰমে কাৰো মৃত্যু হোৱা নাছিল। এনেবোৰ কাৰণতে শিবিৰত থকা সময়তো তেওঁলোক নিৰাপদ নাছিল। খাদ্যৰ অভাৱ, খোৱাপানী, শৌচাগাৰৰ অভাৱ, অস্বাস্থ্যকৰ পৰিৱেশ, সংক্ৰামক বেমাৰ-আজাৰৰ প্ৰাদুৰ্ভাৱ, চিকিৎসা, ঔষধ-পাতিৰ সু-ব্যৱস্থাৰ অভাৱ আদি বিভিন্ন সমস্যাৰ মাজেৰে তেওঁলোকে আশ্ৰয় শিবিৰত দিন কটাবলগীয়া হৈছিল। শিবিৰলৈ প্ৰশাসনৰ ফালৰপৰা দুমাহৰ মূৰে মূৰেহে খাদ্যৰ যোগান ধৰাত খাদ্যৰ সংকটে দেখা দিছিল। সংঘৰ্ষতকৈও শিবিৰত থকাৰ সময়ত বেমাৰ-আজাৰত ভুগিহে অধিক সংখ্যক মানুহৰ মৃত্যু হৈছিল বুলি সোণা মুৰ্মুৱে উল্লেখ কৰে। ইমান সমস্যাৰ মাজতো সোণা মুৰ্মুৱে নিজৰ দুই পুত্ৰক শিক্ষিত কৰাৰ আশা এৰি দিয়া নাছিল। ল'ৰা দুটাৰ পঢ়া-শুনা যাতে আধৰুৱা নহয়, তাৰ বাবে তেওঁ কেইজনমান শুভাকাংক্ষীৰপৰা পইচা ধাৰে লৈ সিহঁতৰ পঢ়াৰ খৰচ উলিয়াইছিল। তেওঁৰ সাহস আৰু মনোবলৰ বাবেই সংঘৰ্ষই ল'ৰা দুটাৰ শিক্ষালাভত বাধা দিব নোৱাৰিলে। শিবিৰৰপৰাই সিহঁতে আগৰ দৰেই পঢ়া-শুনা চলাই থাকিল। সোণা মুৰ্মুৰ ডাঙৰ পুত্ৰ স্নাতক হ'ল আৰু

এতিয়া গাঁৱতে এখন ব্যক্তিগত স্কুল খুলি চলাই আছে। সৰু পুত্ৰই বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰী লৈ কনিষ্ঠ মহাবিদ্যালয় এখনত শিক্ষাদান কৰে। অ'ৰ-ত'ৰপৰা পইচা গোটাই আৰু সাঁচতীয়া ধনেৰেই তেওঁ সৰু পুত্ৰক অসম বিশ্ববিদ্যালয়ত স্নাতকোত্তৰ পাঠ্যক্ৰম পঢুৱালে। ১৯৯৮ চনৰ বড়ো-আদিবাসী সংঘৰ্ষৰ পাছত পুনৰ তেওঁলোক শিবিৰত থাকিবলগীয়া হৈছিল। সেইবাৰ শিবিৰত থকা সময়তেই তাতে থকা একে গাঁৱৰে যুৱতী এগৰাকীৰ সৈতে তেওঁৰ ডাঙৰ পুত্ৰৰ বিবাহ সম্পন্ন হয়। বৰ্তমান তেওঁ ডাঙৰ পুত্ৰ আৰু বোৱাৰীৰ লগত থাকে। সংঘৰ্ষই তেওঁলোকৰ পৰিয়ালটোলৈ বিভীষিকা কঢ়িয়াই আনিছিল। আক্ৰমণকাৰীয়ে তেওঁলোকৰ ঘৰ জ্বলাই দিছিল, সা-সম্পত্তি লুটি নিছিল আৰু আনকি খেতি-বাতিও ধ্বংস কৰি থৈ গৈছিল। খেতি-বাতিৰে উভৈনদী আৰু ৩০টা গাই-গৰুৰে গাঁওখনৰ অৱস্থাপন্ন পৰিয়ালৰ মাজৰে এটা সোণা মুৰ্মুহঁতৰ পৰিয়ালটো সংঘৰ্ষৰ পাছতে আৰ্থিকভাৱে জুৰুলা হৈ পৰিছিল। শিবিৰৰপৰা উভতি অহাৰ পাছত স্তব্ধ হৈ পৰা জীৱনটো পুনৰ নতুনকৈ আৰম্ভ কৰিবলগীয়া হৈছিল। দ্বিতীয়বাৰ সংঘৰ্ষ হোৱাৰ পাছতো সেই একে অৱস্থাই হৈছিল। পৰিয়ালটোৰ জীৱিকাৰ পথ ৰুদ্ধ হৈ পৰিছিল আৰু বহুদিনৰ বিৰতিৰ পাছত সেয়া আগৰ দৰে আৰম্ভ কৰাটো যথেষ্ট কঠিন আছিল। কিন্তু তাৰ মাজতো সোণা মুৰ্মুৱে মনোবল নেহেৰুৱাই ল'ৰা দুটাক শিক্ষিত কৰিলে আৰু সেই শিক্ষাৰ বাবেই ল'ৰা দুটা আজি স্বাৱলম্বী হ'ল। সংঘৰ্ষই বিঘ্নিত কৰা জীৱন আৰু জীৱিকাৰ প্ৰত্যাহ্বানক নেওচি তেওঁ শিবিৰৰ কষ্টকৰ জীৱনৰ মাজতো সন্তানক সু-পথেৰে পৰিচালিত কৰি শিক্ষিত কৰি তুলিলে। কিন্তু কেৱল নিজৰ সন্তানৰ সফলতাক লৈয়েই সোণা মুৰ্মু সন্তুষ্ট হ'ব নোৱাৰে। যি সংঘৰ্ষই বহু ল'ৰা-ছোৱালীৰ শিক্ষা আধৰুৱা কৰিলে, বহুতক পথৰ ভিকহু কৰিলে, তেনে সংঘৰ্ষ কোনোদিনেই নহাটোকে তেওঁ কামনা কৰে।

(চ) ২০১২ চনৰ ১৯ জুলাইৰ দিনা বড়ো আক্ৰমণকাৰীসকলে বিভিন্ন অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ কচুগাঁও নামৰ গাঁওখনলৈ সদলবলে সোমাই আহিছিল। কচুগাঁৱৰপৰাই আৰম্ভ হৈছিল বড়ো-মুছলমানৰ সংঘৰ্ষ। আক্ৰমণকাৰীসকলে গাঁওখনৰ ঘৰবোৰ জ্বলাই দিছিল আৰু সা-সম্পত্তি ধ্বংস কৰিছিল। গাঁৱৰ মানুহখিনিয়ে তাৰপৰা আঁতৰি প্ৰথমে ভদিয়াগুৰি



আশ্ৰয় শিবিৰত আশ্ৰয় লৈছিলগৈ। কচুগাঁৱৰ সেই ভুক্তভোগীসকলৰ মাজৰে এগৰাকী মহিলা হ'ল ২৮ বছৰীয়া আক্লিমা বেগম। অস্ত্ৰ-শস্ত্ৰেৰে সু-সজ্জিত আক্ৰমণকাৰীৰ দলটো দেখা পাই তেওঁ আতংকিত হৈ পৰিছিল আৰু অনুভৱ হৈছিল যেন মৃত্যু তেওঁৰ দুৱাৰদলিতহে উপস্থিত হৈছেহি। সংঘৰ্ষ হোৱাৰ আশংকা কৰি গাঁওখনৰ বাসিন্দাসকলৰ নিৰাপত্তাৰ বাবে তিনিজন সেনা জোৱানক নিযুক্ত কৰা হৈছিল আৰু তেওঁলোকে সকলোকে গাঁৱৰপৰা আশ্ৰয় শিবিৰলৈ যোৱাত সহায় কৰিছিল। ভদিয়াগুৰিৰপৰা তেওঁলোকক শিমুলটাপু শিবিৰলৈ লৈ যোৱা হৈছিল। তাৰপাছত ধাউলিগুৰি আশ্ৰয় শিবিৰলৈ আহি তেওঁলোক তাতেই থাকি গ'ল। ২০১২ চনৰ পৰা শিবিৰতে থকা আক্লিমা বেগমে ইয়াত খোৱাপানী, অনাময় ব্যৱস্থা আদি ক্ষেত্ৰত বিভিন্ন অসুবিধাৰ সন্মুখীন হৈ আহিছে।

সংঘৰ্ষত ঘৰ-দুৱাৰ, সা-সম্পত্তি হেৰুৱাই ভয়াবহ অভিজ্ঞতাৰ সন্মুখীন হোৱা কচুগাঁৱৰ এই সৰ্বস্বান্ত পৰিয়ালসমূহে পুনৰ সংঘৰ্ষ হোৱাৰ আশংকাতে আগৰ ঠাইলৈ ঘূৰি নগ'ল। এ আই ইউ ডি এফৰ শীৰ্ষ নেতা বদৰুদ্দিন আজমলে এই লোকসকলৰ বাবে ঘৰ সাজিবলৈ প্ৰয়োজনীয় সামগ্ৰীৰ ব্যৱস্থা কৰি দিলে আৰু তেনেদৰেই ঘৰ সাজি তেওঁলোক ধাউলিগুৰিৰ এই শিবিৰ বহা স্থানতে থাকি গ'ল। বৰ্তমান ইয়াত ২৬ ঘৰ মানুহ আছে। সংঘৰ্ষৰ পাছত আগৰ থকা ঠাই এৰি অহাৰ ফলত আক্লিমাহঁতৰ পৰিয়ালটোৰ ব্যৱসায় বন্ধ হ'ল। গতিকে সংঘৰ্ষই আৰ্থিকভাৱে ক্ষতিগ্ৰস্ত কৰা পৰিয়ালটোৱে উপায়হীন হৈ এতিয়া দিন হাজিৰা কৰি জীৱন নিৰ্বাহ কৰিছে। তদুপৰি মহিলা হিচাপে আক্লিমা বেগমে আগতে থকা শিবিৰত পোৱাৰ দৰেই এই ধাউলিগুৰি শিবিৰতো বিভিন্ন সমস্যা ভোগ কৰি আহিছে। বিশেষকৈ ইয়াত পানী আৰু অনাময়ৰ সমস্যাই মহিলাসকলক যথেষ্ট অসুবিধাত পেলায়। প্ৰতি দহঘৰ মানুহৰ বাবে এটাকৈ দমকল আছে। গতিকে পানীৰ বাবে সদায় ৰাতিপুৱা শাৰী পাতিবলগীয়া হয়। মানুহ অনুপাতে পৰ্যাপ্ত শৌচাগাৰ আৰু স্নানাগাৰৰো অভাৱ। বিশুদ্ধ খোৱাপানী আৰু উপযুক্ত অনাময় ব্যৱস্থাৰ অভাৱৰ ফলত মহিলা আৰু শিশুসকলে প্ৰায়ে ডায়েৰিয়া, টাইফয়ড, নিউমুনিয়া, মেলেৰিয়া, পেটৰ বিষ আৰু বিভিন্ন সংক্ৰামক ৰোগত ভুগি আহিছে। আক্লিমা বেগমে বৰ দুখেৰে জনায় যে, নিজৰ ঘৰ-দুৱাৰ, ব্যৱসায়-বাণিজ্য থকা সত্বেও গোষ্ঠী সংঘৰ্ষৰ

ফলতে তেওঁলোকে জীৱিকা, ঘৰ, সম্পত্তি সকলো হেৰুৱাই এইদৰে শিবিৰত কষ্টেৰে, দিন হাজিৰা কৰি, অস্বাস্থ্যকৰ পৰিৱেশত থাকিবলগীয়া হৈছে। সংঘৰ্ষৰ অভিজ্ঞতা আৰু তেনে ঘটনা সময়ে সময়ে হৈ থকা দেখি এয়া পুনৰ ঘটাৰ আশংকাত তেওঁলোক সেই ঠাইলৈ আৰু উভতি নাযায় বুলি সিদ্ধান্ত লৈছে। সংঘৰ্ষই জীৱিকা কাঢ়ি নি আৰ্থিকভাৱে জুৰুলা কৰা আক্লিমা বেগম তেওঁৰ সন্তানৰ ভৱিষ্যতক লৈ শংকিত। এইদৰে বাসস্থান, জীৱিকা আৰু ভৱিষ্যতৰ অনিশ্চয়তা লৈয়েই তেওঁ জীৱন পৰিক্ৰমা চলাই গৈছে।

(ছ) পশ্চিম মালিগাঁৱৰ লক্ষ্মী টুডু বড়ো-আদিবাসী গোষ্ঠী সংঘৰ্ষৰ ভুক্তভোগী। ১৯৯৬ৰপৰা ২০০৩ চনলৈকে প্ৰথমে তেওঁ জয়পুৰ আৰু পাছত বিছমুৰী আশ্ৰয় শিবিৰত আছিল। ১৯৯৬ৰ সংঘৰ্ষৰ সময়ত তেওঁ মেট্ৰিক পৰীক্ষা দি উঠিছিল। শিবিৰত থকাৰ বাবে তেওঁ পাছৰ বছৰহে দুটা বিষয়ৰ কম্পাৰ্টমেন্টেল পৰীক্ষা দি মেট্ৰিক পাছ কৰিছিল। তাৰপাছত শিবিৰৰ পৰা অহা-যোৱা কৰিয়েই তেওঁ বহু দূৰৈত থকা কোকৰাঝাৰ উচ্চতৰ মাধ্যমিক স্কুলত উচ্চতৰ মাধ্যমিক শ্ৰেণীত পঢ়িছিল। শিবিৰৰ পৰা পঢ়িবলৈ যোৱা লক্ষ্মীয়েই একমাত্ৰ ছোৱালী আছিল। গোষ্ঠী সংঘৰ্ষৰ ঘটনা সঘনাই ঘটি থাকে বাবে পৰিয়ালৰ লোকে কিবা বিপদ ঘটাৰ আশংকাত তেওঁক তেনেদৰে ইমান দূৰলৈ অহা-যোৱা কৰিবলৈ নিদিয়া হ'ল। তথাপিও তেওঁ শিক্ষালাভৰ আশা এৰি দিয়া নাছিল। দুবছৰৰ পাছত ওচৰৰ অন্য এখন স্কুলত তেওঁ পুনৰ উচ্চতৰ মাধ্যমিক শ্ৰেণীত নাম লগাই উত্তীৰ্ণ হয়। লক্ষ্মী টুডুহঁতৰ সাতজনীয়া বৃহৎ পৰিয়ালটো সাত বছৰ ধৰি শিবিৰতে আছিল। শিবিৰত খোৱা-পিন্ধাকে ধৰি তেওঁলোক বিভিন্ন সমস্যাত ভুগিছিল। প্ৰশাসনৰ ফালৰপৰা পৰ্যাপ্ত খাদ্যৰ যোগান ধৰা হোৱা নাছিল। ফলত শিবিৰৰ আবাসীসকলে ওচৰে-পাঁজৰে থকা হাবি-জংঘলৰ পৰা কচুপাত, কঁঠাল আৰু অন্যান্য শাক, ফল আদি খাই ভোক নিবাৰণ কৰিবলগীয়া হৈছিল। খাদ্য ৰান্ধিবলৈ আবাসীসকলে ওচৰৰ গাঁৱৰপৰা বাচন-বৰ্তন ধাৰলৈ আনিবলগীয়া হৈছিল আৰু শুবৰ বাবে মজিয়াত পাৰিবলৈ দোকানৰ পৰা বাতৰি-কাকত আনি লৈছিল। শিবিৰত থকা সময়ত লক্ষ্মীহঁতৰ পৰিয়ালটোৰ বাবে তেঁৱেই আছিল একমাত্ৰ উপাৰ্জন কৰোঁতা। তেওঁ আনসকলতকৈ শিক্ষিত হোৱা বাবে শিবিৰত খাদ্যৰ যোগান ধৰা এন জি অ'টোৰ ফালৰ



পৰা শিবিৰত থকা সময়ছোৱাত তেওঁক আহাৰ বিতৰণৰ দায়িত্ব দিয়া হৈছিল আৰু তাৰ বাবত তেওঁ পাইছিল মাত্ৰ তিনিশ টকা। সেয়াই আছিল শিবিৰত থকা সময়ত এই পৰিয়ালটোৰ একমাত্ৰ উপাৰ্জনৰ সমল। তাৰপাছতে তেওঁ আই চি ডি এছ (সংহত শিশু উন্নয়ন সেৱা)ৰ প্ৰকল্পত কাম পায় য'ত তেওঁৰ বেতন আছিল ৫০০ টকা। বৰ্তমানেও তেওঁ সেই প্ৰকল্পতে কাম কৰি আছে আৰু মাহে ৩০০০ টকাকৈ পায়। ৭ বছৰ শিবিৰত থাকি অহাৰ পাছত ২০১৪ চনৰ সংঘৰ্ষত পুনৰ তেওঁলোকৰ ঘৰ জ্বলাই দিয়াত তেওঁলোক আকৌ কিছুদিনৰ বাবে শিবিৰত থাকিব লগা হৈছিল। কোনোমতে থাকিব পৰাকৈ তেওঁলোকে পুনৰ ঘৰ সাজিবলৈ ল'লে যদিও অৰ্থৰ অভাৱত এয়া আধৰুৱা হৈ আছে।

আগতে লক্ষ্মীৰ দেউতাকে খেতি-বাতি কৰিছিল। কিন্তু সংঘৰ্ষৰ পাছত সাত বছৰ ধৰি শিবিৰত থকাৰ পাছত এতিয়া সেয়া পুনৰ আৰম্ভ কৰিবলৈ যথেষ্ট পৰিশ্ৰম কৰিবলগীয়া হৈছে। তেওঁৰ ভায়েকেও খেতি-বাতি কৰি কিছু উপাৰ্জন কৰে। লক্ষ্মীয়ে কলেজত স্নাতক শ্ৰেণীত নাম লগাইছিল যদিও পঢ়িব নোৱাৰিলে। কাৰণ চাকৰিটোৰ বাবে তেওঁ নিয়মীয়াকৈ কলেজলৈ যাব পৰা নাছিল। শিক্ষাৰ প্ৰতি অত্যন্ত আগ্ৰহী লক্ষ্মীয়ে সংঘৰ্ষই বিশৃংখল আৰু ভয়াৱহ কৰি তোলা পৰিৱেশৰ মাজতো শিক্ষালাভৰ আশা এৰি দিয়া নাছিল আৰু যিমান দূৰ পাৰি পঢ়া-শুনা চলাই গৈছিল। কিন্তু সংঘৰ্ষই আৰ্থিকভাৱে জুৰুলা কৰা পৰিয়ালটোৰ বাবে তেওঁ উপাৰ্জন কৰাটো খুবেই প্ৰয়োজনীয় হৈ পৰিছিল। সেয়েহে জীৱিকাৰ তাড়নাত তেওঁৰ উচ্চ শিক্ষালাভৰ সপোন আধৰুৱা হৈয়ে ৰ'ল। লক্ষীয়ে জানে, শিক্ষা সম্পূৰ্ণ কৰাটো তেওঁৰ বাবে কোনোদিনেই সম্ভৱ নহ'ব। তথাপি তেওঁ এনে সপোন পুহি ৰাখিছে। উচ্চ শিক্ষিত হোৱাৰ সপোনৰ মাজেৰেই তেওঁ নিঃশেষ কৰিব বিচাৰে সংঘৰ্ষ পীড়িত সেই দুঃসময়।

(জ) ৩ নং দাৱাগুড়ি গাঁৱৰ বাসিন্দাসকল ১৯৯৬ আৰু ২০১৪ চনৰ বড়ো-আদিবাসী সংঘৰ্ষৰ ভুক্তভোগী। সেইখন গাঁৱৰে অঞ্জলী নাৰ্জাৰী নামৰ ২২ বছৰীয়া যুৱতীগৰাকীয়ে ২০১৪ চনৰ সংঘৰ্ষটোৰ ভয়াৱহতাৰ কথা বৰ্ণনা কৰিছিল। সংঘৰ্ষ হোৱাৰ দিনা গাঁওখনত এক আতংকময় পৰিৱেশে বিৰাজ কৰিছিল। আদিবাসী আক্ৰমণকাৰীয়ে গাঁওবাসীৰ ঘৰবোৰ জ্বলাই দিছিল আৰু তেঁওলোকৰ খাদ্যশস্য, গৰু-ছাগলী আদি লৈ গৈছিল। প্ৰাণৰক্ষাৰ বাবে

গাঁৱৰ সকলোৱে ৰচী বান্ধি নদীৰে পাৰ হৈ জৰাগুৰি শিবিৰলৈ গুচি গৈছিল। গাঁওখনৰ মহিলা আৰু শিশুসকল তাত একেলগে আছিল আৰু পুৰুষসকলে গাঁৱত পহৰা দিছিল। শিবিৰত প্ৰশাসনৰ ফালৰপৰা চাউল, দাইলৰ যোগান ধৰা হৈছিল যদিও আবাসী অনুপাতে খাদ্য সামগ্ৰী কম হৈছিল। গতিকে মহিলাসকলে দিন হাজিৰা কৰি খাদ্য যোগাৰ কৰিবলগীয়া হৈছিল। যুৱতী হিচাপে অঞ্জলীয়ে শিবিৰত বিভিন্ন অসুবিধাৰ সন্মুখীন হৈছিল। পানীৰ অভাৱ হোৱাৰ লগতে শৌচাগাৰ, স্নানাগাৰৰ সুবিধা নাছিল। ফলত মহিলাসকলে মুকলিতে প্ৰাতঃকৰ্ম কৰিবলৈ বাধ্য হৈছিল। বিশেষকৈ ঋতুস্ৰাৱৰ সময়ত তেওঁলোকে অধিক সমস্যা ভোগ কৰিবলগীয়া হৈছিল। চৰকাৰৰ ফালৰ পৰা ছেনিটেৰী নেপকিনৰ যোগান ধৰা হৈছিল যদিও সেইবোৰ পেলাবলৈ উপযুক্ত ঠাই বা ব্যৱস্থা নাছিল। উপায়হীন হৈ মহিলাসকলে সেইবোৰ য'তে-ত'তে পেলোৱাৰ ফলত পৰিৱেশ অপৰিষ্কাৰ হৈ পৰিছিল। অস্বাস্থ্যকৰ পৰিৱেশ, অনাময় ব্যৱস্থাৰ অভাৱ আদিৰ বাবে শিবিৰত থকা মহিলাসকলে ডায়েৰিয়া, টাইফয়ড আৰু নানাধৰণৰ সংক্ৰামক ৰোগত ভুগিছিল। শিবিৰত আঁঠুৱাৰ যোগান নধৰাত মেলেৰিয়াৰ প্ৰাদুৰ্ভাৱ বেছি হৈছিল। উপযুক্ত পুষ্টিকৰ খাদ্যৰ অভাৱত বিশেষকৈ গৰ্ভৱতী আৰু প্ৰসূতি মাতৃসকল ৰক্তহীনতাত ভুগিছিল। ২০১৪ চনৰ সংঘৰ্ষটোৰ পাছতে অঞ্জলী নাৰ্জাৰীৰ পঢ়া-শুনা আধৰুৱা হৈ ৰৈছিল। শিবিৰত এবছৰ থাকিবলগীয়া হোৱাৰ ফলত মেট্ৰিক পাছ কৰাৰ পাছত তেওঁ আৰু পঢ়িব নোৱাৰিলে। শিবিৰত খোৱা-পিন্ধাৰ লগতে অন্যান্য সমস্যাৰ মাজত শিক্ষালাভৰ বাবে তেওঁলোকৰ পৰিয়ালটো আৰ্থিকভাৱেও সক্ষম নাছিল। কাৰণ সংঘৰ্ষত ঘৰ-দুৱাৰ, খেতি-বাতি, সা-সম্পত্তিৰ ক্ষতি হোৱাৰ পাছত আৰ্থিক সমস্যাই পৰিয়ালটোক জুমুৰি দি ধৰিছিল। শিবিৰত এবছৰ থকাৰ পাছত পৰিয়ালটোৱে পুনৰ নতুনকৈ জীৱন, জীৱিকা আৰম্ভ কৰিবলগীয়া হৈছিল। সংঘৰ্ষই আৰ্থিকভাৱে জুৰুলা কৰা পৰিয়ালটোক কিছু পৰিমাণে সকাহ দিয়াৰ উদ্দেশ্যে অঞ্জলীয়ে ভৱিষ্যতে জীৱিকা অৰ্জনৰ পথ এটা মুকলি হোৱাৰ আশাৰে নাৰ্ছিঙৰ পাঠ্যক্ৰমত নামভৰ্তি কৰিলে আৰু এতিয়া তেওঁ পাঠ্যক্ৰম শেষ কৰি সেই বিষয়ৰ ব্যৱহাৰিক কাম-কাজখিনি শিকি আছে। সংঘৰ্ষৰ পাছত শিবিৰত থাকিবলগীয়া হোৱাত তেওঁৰ দৰে গাঁৱৰ অন্য কিশোৰী-যুৱতীসকলৰো শিক্ষা আধৰুৱা



হ'ল আৰু তেওঁলোকৰ বেছিভাগৰেই কমবয়সতে বিয়া হ'ল। কিন্তু দায়িত্বশীল অঞ্জলীয়ে নিজৰ পৰিয়ালটোক আৰ্থিক সকাহ দিবৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছে আৰু তেওঁৰ আশা যে নাৰ্ছিঙৰ প্ৰশিক্ষণৰ জৰিয়তে তেওঁ উপাৰ্জনৰ বাট মোকলাই আৰ্থিকভাৱে জুৰুলা হৈ পৰা পৰিয়ালটোক কিছু পৰিমাণে হ'লেও সকাহ দিব পাৰিব।

(ঝ) ২০১২ চনৰ বড়ো-মুছলমান সংঘৰ্ষৰ ভুক্তভোগী নেপৰজান বেৱা নামৰ ৬৫ বছৰীয়া মহিলাগৰাকী সেইসময়ৰে পৰা বৰ্তমানলৈকে ভদিয়াগুৰি গাঁৱৰ আশ্ৰয় শিবিৰতে আছে। তেওঁলোক আছিল ভদিয়াগুৰিৰ পৰা ১২ কিমি. আঁতৰৰ দাওৰাইঘাট নামৰ গাঁওখনৰ বাসিন্দা। সংঘৰ্ষৰ সময়তে সেই গাঁওখনৰ সকলো বাসিন্দা গাঁও এৰি পলাই গৈছিল। বড়ো আক্ৰমণকাৰীসকলে গাঁৱৰ ঘৰ-দুৱাৰ, মছজিদ, স্কুল সকলো জ্বলাই দিছিল। গাঁওখনৰ আবাসীসকলে সেই নিশাই বেটেলিয়নৰ কেডাৰসকলৰ তৎপৰতাত গাঁৱৰ পৰা ওলাই গৈ বাঘমাৰীৰ আশ্ৰয় শিবিৰত ছমাহ থাকিছিল। তাৰপাছত তেওঁলোক ৰাণীগঞ্জত থাকি কিছুদিন পাছত এই ঠাইলৈ আহিল। আবাসীসকলে চৰকাৰৰপৰা পোৱা ক্ষতিপূৰণৰ ধন গোটাই ভদিয়াগুৰিত ১৭ বিঘা মাটি কিনি লৈছিল। পাছত এ আই ইউ ডি এফৰ নেতা বদৰুদ্দিন আজমলে এই মাটিতে সকলোৰে বাবে একোঠলীয়াকৈ ঘৰ সজাই দিয়ে।

দাওৰাইঘাট গাঁৱৰ এই মানুহখিনি খেতি-বাতিৰে স্বচ্ছল অৱস্থাৰ আছিল। কিন্তু ২০১২ চনৰ সেই সংঘৰ্ষই সকলোৰে জীৱন, জীৱিকা স্তব্ধ কৰি পেলাইছিল। সংঘৰ্ষৰ সেই বিভীষিকাই তেওঁলোকক ইমানেই সন্ত্ৰস্ত কৰি তুলিছিল যে পুনৰ সংঘৰ্ষ হোৱাৰ ভয়ত তেওঁলোক সেই ঠাইলৈ আৰু উভতি নগ'ল। খেতি-বাতিৰে নদন-বদন নেপৰজান বেৱাৰ পৰিয়ালটো সেই সংঘৰ্ষটোৰ পাছতে আৰ্থিকভাৱে জুৰুলা হৈ পৰিল। প্ৰথমতে এই শিবিৰলৈ আহি তেওঁলোকে থকা, খোৱাক লৈ যথেষ্ট কষ্ট পাইছিল। খাদ্যৰ যোগান পৰ্যাপ্ত নাছিল বাবে নিজে দিন হাজিৰা কৰি উপাৰ্জন কৰিবলগীয়া হৈছিল। সংঘৰ্ষটোৱে আৰ্থিকভাৱে টনকিয়াল পৰিয়ালটোৰ জীৱিকা কাঢ়ি নিয়াৰ পাছত তেওঁলোক সৰ্বস্বান্ত হৈ পৰিল। আক্ৰমণকাৰীয়ে তেওঁলোকৰ ঘৰ-দুৱাৰ, সা-সম্পত্তিৰ উপৰিও খেতি-বাতি নষ্ট কৰিছিল, গৰু-ছাগলী আৰু ভঁৰালৰ খাদ্যশস্যবোৰ লৈ গৈছিল। সেইসময়ৰেপৰা তেওঁলোক কেইটাবাটাও শিবিৰত থাকি শেষত

এই ভদিয়াগুৰি শিবিৰলৈ আহে আৰু বৰ্তমানলৈকে ইয়াতে আছে। সংঘৰ্ষৰ সময়ৰ সেই ভয়ংকৰ পৰিস্থিতিৰ পুনৰ সন্মুখীন হ'বলগা হয় বুলি আগৰ ঠাইলৈ ঘূৰি যাবলৈ তেওঁলোকৰ ভয় হয়। ভদিয়াগুৰি শিবিৰত থাকিবলৈ ঘৰটো পোৱাৰ বাহিৰে তেওঁলোকে অন্য একো সা-সুবিধা পোৱা নাই। পানীৰ বাবে দমকল আছে যদিও পানী কম ওলায়। সেয়ে পানী কঢ়িয়াবৰ বাবে শাৰী পাতিবলগীয়া হয়। তদুপৰি আবাসী অনুপাতে শৌচাগাৰৰ সংখ্যা কম হোৱা বাবে মহিলা আবাসীসকলৰ বাবে এইটো ডাঙৰ সমস্যা হৈ পৰিছে। অস্বাস্থ্যকৰ পৰিৱেশৰ বাবে বিশেষকৈ মহিলা আৰু শিশুসকল ডায়েৰিয়া, ভাইৰেল জ্বৰ, মেলেৰিয়া আদি ৰোগত ভোগে। শিবিৰত থকা সময়তে নেপৰজান বেৱাৰ স্বামীৰ মৃত্যু হয় আৰু পৰিয়ালটোৰ সমস্ত দায়িত্ব তেওঁৰ ওপৰতে পৰে। তেওঁ অতি কষ্টেৰে দিন হাজিৰা কৰি দুজনী ছোৱালীৰে সৈতে তেওঁলোকৰ তিনিজনীয়া পৰিয়ালটো পোহপাল দিয়ে। তেনেদৰে পৰিশ্ৰম কৰি উপাৰ্জন কৰিয়েই তেওঁ ছোৱালী দুজনী বিয়া দিলে আৰু দুয়োজনী জী-জোঁৱাই কাষৰ ঘৰতে থাকে। জোঁৱায়েক দুয়োজনেই হাজিৰা কৰি উপাৰ্জন কৰে যদিও ঘৰ চলাবলৈ অসুবিধা হয়। সেইবাবে নেপৰজানে এতিয়া এই বয়সতো চহৰত দিন হাজিৰা কৰিবলৈ যায়। তেওঁ গোটেই দিনটো কঠোৰ পৰিশ্ৰম কৰে। পৰিশ্ৰমৰ অনুপাতে পুষ্টিকৰ খাদ্য খাব নোৱৰাৰ বাবে তেওঁ প্ৰায়ে সৰু-সুৰা অসুখত ভুগিব লগা হয়। ২০১২ চনৰ আগতে যিটো পৰিয়াল আৰ্থিকভাৱে স্বচ্ছল আছিল, এতিয়া সেই পৰিয়ালটোৱেই সংঘৰ্ষৰ পাছত দৰিদ্ৰতাক সাৱটি ল'বলগীয়া হ'ল। অভাৱৰ বাবেই ৬৫ বছৰ বয়সতো নেপৰজান বেৱাই দিন হাজিৰা কৰি পেট প্ৰৱৰ্তাবলগীয়া হৈছে। তেওঁ নাজানে, তেওঁৰ কঠোৰ পৰিশ্ৰমৰ মাজেৰে চলি থকা এই জীৱন সংগ্ৰামৰ কেতিয়া অন্ত পৰিব।

(ঞ) কোকৰাঝাৰ চহৰৰপৰা প্ৰায় ৩ কিমি. দূৰত অৱস্থিত মধ্য জয়পুৰ গাঁৱৰ বাসিন্দা চুফীজান বিবি নামৰ ৬০ বছৰীয়া মহিলাগৰাকী ২০১২ চনৰ বড়ো-মুছলমান সংঘৰ্ষৰ ভুক্তভোগী। তেওঁলোকৰ পৰিয়ালটো চাৰি মাহ ধৰি যথেষ্ট সমস্যাৰ মাজত লক্ষ্মীগঞ্জৰ আশ্ৰয় শিবিৰত আছিল। শিবিৰত থকা সময়তে খাদ্যৰ অভাৱ, অস্বাস্থ্যকৰ পৰিৱেশ আদিৰ বাবে চুফীজান বিবিৰ স্বামী অসুখীয়া হৈ পৰিল। প্ৰথমে জ্বৰ, ডায়েৰীয়া হৈ লাহে লাহে



দুৰ্বল হৈ তেওঁৰ পক্ষাঘাত ৰোগ হ'ল। চিকিৎসাৰ বাবে শিবিৰত কোনো সা-সুবিধা নাছিল। হস্পিটেল বহু দূৰৈত থকাৰ লগতে ডাক্তৰো বহুতদিনৰ মূৰতহে শিবিৰলৈ আহে। ফলত চিকিৎসাৰ অভাৱত মানুহজনৰ অৱস্থা দিনকদিনে শোচনীয় হৈ পৰিল। তেওঁ আগতে ঠেলা চলাইছিল। কিন্তু এতিয়া ৰুগীয়া হৈ তেওঁ শয্যাশায়ী হ'ব লগা হ'ল। ফলত বাধ্য হৈ চুফীজান বিবিয়ে আনৰ ঘৰত বন কৰি উপাৰ্জন কৰিবলৈ ল'লে। তেনেকৈয়ে তেওঁ পাঁচটি সন্তানেৰে সৈতে সাতজনীয়া পৰিয়ালটো পোহপাল দি আছিল। অৱশ্যে এতিয়া ল'ৰা দুটা ডাঙৰ হৈ মিস্ত্ৰীৰ কাম কৰি পৰিয়ালটোক কিছু পৰিমাণে আৰ্থিক সকাহ দিব পাৰিছে। কিন্তু তথাপিও ডাঙৰ পৰিয়ালটোৰ অভাৱ আঁতৰাব নোৱাৰি চুফীজান বিবিয়ে এতিয়া এই বয়সতো আনৰ ঘৰত দিন হাজিৰা কৰে। সংঘৰ্ষটোৱে তেওঁলোকৰ ঘৰ, সা-সম্পত্তি ধ্বংস কৰাৰ উপৰিও তেওঁলোকৰ জীৱিকাও কাঢ়ি নিছিল। স্বামী শয্যাশায়ী হোৱাৰ ফলতে তেওঁ গোটেই পৰিয়ালটোৰ বাবে একমাত্ৰ উপাৰ্জনকাৰী হৈ পৰিছিল আৰু অতি কষ্টেৰে সংসাৰখন চলাই গৈছিল।

গোষ্ঠী সংঘৰ্ষই এই মহিলাসকলৰ জীৱন মুহূৰ্তৰ ভিতৰতে সলনি কৰি পেলাইছিল। তেওঁলোকৰ জীৱন আৰু জীৱিকাৰ নিৰাপত্তা নোহোৱা হৈ পৰিছিল। ক্ষণিক সময়ৰ ভিতৰতে হেৰাই গৈছিল জীৱনৰ স্পন্দন, আশা আৰু সপোনবোৰ। কিন্তু তেওঁলোকে মনোবল হেৰুওৱা নাছিল। সন্মুখৰ অন্ধকাৰবোৰ অতিক্ৰম কৰি নতুন ভূমিকা পালন কৰি নতুন আশাৰে তেওঁলোকে দায়িত্ববোৰ পালন কৰি গৈছিল। সাহসেৰে, দৃঢ়তাৰে বিপদক প্ৰত্যাহ্বান জনাই কঠিন জীৱন সংগ্ৰামক আগবঢ়াই লৈ যোৱা এই সাধাৰণ মহিলাসকল একোগৰাকী অসাধাৰণ মহীয়সী। সংঘৰ্ষই ছিন্ন-ভিন্ন কৰি যোৱা জীৱনটোক অতি কষ্টেৰে সজাই তুলিবলৈ তেওঁলোকে অবিৰত চেষ্টা কৰি গৈছে। গোষ্ঠীগত সংঘৰ্ষই তেওঁলোকৰ সপোন, আশা থানবান কৰিলেও মুহূৰ্তৰ বাবেও এই মহিলাসকলৰ সংগ্ৰামক স্তব্ধ কৰিব পৰা নাই। জীয়াই থকাৰ জীয়া সপোন দেখা এই মহিলাসকলৰ প্ৰত্যেকেই বিচাৰে— সংঘৰ্ষৰ চিৰদিনলৈ মৃত্যু হওক।

******

# অধ্যয়নৰ ফলাফল আৰু বিশ্লেষণ

গোষ্ঠী সংঘৰ্ষই বাৰে বাৰে জোকাৰি যোৱা কোকৰাঝাৰ জিলাৰ কোকৰাঝাৰ আৰু গোঁসাইগাঁও অঞ্চলৰ সংঘৰ্ষত ক্ষতিগ্ৰস্ত গাঁওসমূহৰ মহিলাসকলৰ লগত কথা পাতি সংঘৰ্ষৰ সময়ৰ অভিজ্ঞতা তথা তেওঁলোকে সন্মুখীন হোৱা বিভিন্ন সমস্যাৰ বিষয়ে সম্যক ধাৰণা ল'ব পৰা গৈছিল। ক্ষেত্ৰ অধ্যয়নৰ তথ্যৰপৰা গম পোৱা গ'ল যে, সংঘৰ্ষজনিত পৰিস্থিতিত মহিলাসকলৰ অধিকাংশৰে এটা উমৈহতীয়া সমস্যা হ'ল অনাময় ব্যৱস্থাৰ অভাৱ। সংঘৰ্ষ হৈ যোৱাৰ পাছত আশ্ৰয় শিবিৰত থকাৰ সময়ত সাক্ষাৎকাৰত অংশগ্ৰহণকাৰী মহিলাসকলৰ সকলোৱেই শৌচাগাৰ, স্নানাগাৰৰ অভাৱৰ বাবে সন্মুখীন হোৱা সমস্যাৰ কথা ব্যক্ত কৰে। শ-শ বা হাজাৰ হাজাৰ শৰণাৰ্থী থকা আশ্ৰয় শিবিৰসমূহত মহিলা আৰু কিশোৰীসকলে শৌচাগাৰ, স্নানাগাৰৰ অভাৱত মুকলি ঠাইতে প্ৰাতঃকৰ্ম কৰিবলগীয়া হৈছিল। কেতিয়াবা কিছুমান শিবিৰত অস্থায়ীভাৱে শৌচাগাৰ, স্নানাগাৰৰ ব্যৱস্থা কৰা হৈছিল যদিও সেয়া মানুহ অনুপাতে কম আৰু অপৰিষ্কাৰ আছিল। ঋতুস্ৰাৱৰ সময়ত আৰু গৰ্ভৱতী অৱস্থাত মহিলাসকলে এই সমস্যাৰ বাবে অধিক অসুবিধা ভোগ কৰিছিল।

**আশ্ৰয় শিবিৰৰ অৱস্থা ঃ** আশ্ৰয় শিবিৰবোৰৰ পৰিৱেশ অতি অস্বাস্থ্যকৰ আছিল। শিবিৰ পতা স্কুলঘৰবোৰৰ এটা কোঠাতে বহুত মানুহ থাকিবলগীয়া হৈছিল। শোৱাৰ বাবে কাপোৰ-কানি, আঁঠুৱা আদিৰ কোনো ব্যৱস্থা নথকাত মজিয়াতে শুবলগীয়া হৈছিল। কোনো কোনোৱে বাতৰি-কাকত যোগাৰ কৰি মজিয়াত পাৰি লৈছিল। হঠাৎ থকা ঠাই এৰি আহিবলগীয়া হোৱাৰ বাবে মানুহখিনিৰ ওচৰত পৰ্যাপ্ত পৰিমাণৰ কাপোৰো নাছিল। অস্বাস্থ্যকৰ, অপৰিষ্কাৰ পৰিৱেশৰ বাবে বীজাণুৰ সংক্ৰমণৰ ফলত মানুহৰ নানাধৰণৰ বেমাৰ-আজাৰ হৈছিল। লিংগজনিত বিভিন্নতাৰ বাবে মহিলাসকল সংক্ৰামক ৰোগৰদ্বাৰা বেছিকৈ আক্ৰান্ত হৈছিল। তদুপৰি ডায়েৰিয়া, মেলেৰিয়া, টাইফয়ড, ভাইৰেল জ্বৰ, পেটৰ বিষ আদিতো



মহিলা আৰু শিশুসকলেই বেছিকৈ ভুগিছিল। শিবিৰবোৰত বিশুদ্ধ খোৱাপানীৰ অভাৱ হোৱাৰ ফলতো ডায়েৰিয়া, টাইফয়ড, জণ্ডিছ আদি ৰোগৰ প্ৰাদুৰ্ভাৱ হৈছিল। শৰণাৰ্থী শিবিৰত চিকিৎসাৰ দিশটো অতি শোচনীয় আছিল। চিকিৎসক আৰু নাৰ্ছবহুতদিনৰ মূৰতহে শিবিৰলৈ আহিছিল। গতিকে শৰণাৰ্থীসকলে বেমাৰ-আজাৰ হোৱাৰ সময়ত চিকিৎসা পোৱা নাছিল। সময়মতে চিকিৎসা নোপোৱাৰ ফলত বহুতে শিবিৰতে মৃত্যুমুখত পৰিবলগীয়া হৈছিল। বিশেষকৈ গৰ্ভৱতী আৰু প্ৰসূতি মাতৃসকলে চিকিৎসাৰ অভাৱৰ বাবে অধিক অসুবিধাৰ সন্মুখীন হৈছিল। শিবিৰলৈ চৰকাৰৰ ফালৰপৰা ঔষধৰ যোগান নিয়মীয়া নাছিল। গৰ্ভৱতীসকলে আইৰন, ফলিক এছিডৰ টেবলেট খাবলৈ নোপোৱাৰ ফলত তেওঁলোকৰ স্বাস্থ্যৰ অৱস্থা শোচনীয় হৈ পৰিছিল আৰু গৰ্ভস্থ সন্তানৰো উপযুক্ত বিকাশ হোৱা নাছিল।

গোষ্ঠীগত সংঘৰ্ষত হিংসাত যিমান সংখ্যক লোকৰ মৃত্যু হৈছিল, তাতকৈ অধিক লোকৰ মৃত্যু হৈছিল শৰণাৰ্থী শিবিৰত । ১৯৯৬ চনৰপৰা অস্বাস্থ্যকৰ পৰিৱেশত থকাৰ বাবে আৰু খাদ্য আৰু চিকিৎসাৰ অভাৱত শিবিৰত থকা হাজাৰজনে তিলিতিলকৈ মৃত্যুক সাৱটি ল'ব লগা হৈছিল। (১৯৯৬ চনৰপৰা ১৯৯৮ চনলৈকে কোকৰাঝাৰ, অবিভক্ত বঙাইগাঁও আৰু ধুবুৰী জিলাত সংঘটিত বড়ো-আদিবাসী গোষ্ঠী সংঘৰ্ষত নিহত হোৱা লোকৰ সংখ্যা আছিল ৭৯৪ জন। আনহাতে ১৯৯৬ চনৰ মে' মাহৰপৰা ১৯৯৭ চনলৈ বিভিন্ন শৰণাৰ্থী শিবিৰত খাদ্য আৰু চিকিৎসাৰ অভাৱত মৃত্যু হোৱা লোকৰ সংখ্যা আছিল প্ৰায় ১০০৬ জন) আক্ৰমণকাৰীৰ আক্ৰমণতকৈও শৰণাৰ্থী শিবিৰত সংক্ৰমিত ৰোগৰ আক্ৰমণ আছিল বেছি ভয়াৱহ। শিবিৰবোৰত বিশুদ্ধ খোৱাপানী আৰু অনাময় ব্যৱস্থাৰ ন্যূনতম ব্যৱস্থাখিনিও নাছিল। ৰাষ্ট্ৰসংঘই সংঘাত বা অন্যান্য কাৰণত স্থানান্তৰিত হ'বলগীয়া লোকৰ বাবে প্ৰদান কৰিবলগীয়া সা-সুবিধাৰ বিভিন্ন নীতি-নিৰ্দেশাৱলী দিছে। কিন্তু সেয়া কাৰ্যকৰী কৰাত চৰকাৰ সম্পূৰ্ণ ব্যৰ্থ হৈছিল। ফলত সংঘৰ্ষত আক্ৰমণকাৰীৰ হাতত প্ৰাণ যোৱাতকৈ শিবিৰত কেইবাগুণো অধিক লোকৰ মৃত্যু হৈছিল।[১৩]

**খাদ্যৰ সংকট আৰু মহিলাৰ স্বাস্থ্য ঃ** সংঘৰ্ষজনিত পৰিস্থিতিত পীড়িত অঞ্চলসমূহত খাদ্যসামগ্ৰীৰ নাটনি হৈছিল। শৰণাৰ্থী শিবিৰত প্ৰশাসনৰ ফালৰপৰা খাদ্যৰ যোগান ধৰা

হৈছিল যদিও আবাসী অনুপাতে খাদ্য সামগ্ৰী পৰ্যাপ্ত নাছিল। সাক্ষাৎকাৰত অংশগ্ৰহণ কৰা বেছিভাগ মহিলাই কয় যে, কেতিয়াবা দুমাহৰ মূৰতহে ৰেচনৰ যোগান ধৰা হৈছিল। গতিকে তেওঁলোকে নিজেই দিন হাজিৰা কৰি উপাৰ্জন কৰিছিল আৰু তেনেদৰে খাদ্য সংগ্ৰহ কৰিবলগীয়া হৈছিল। আনকি খাদ্য ৰান্ধিবৰ বাবেও বাচন-বৰ্তন ওচৰ-পাঁজৰৰ গাঁৱৰ পৰা অনাৰ বাহিৰে কোনো উপায় নাছিল। অভাৱত কেতিয়াবা ওচৰৰ হাবিৰ পৰা সংগ্ৰহ কৰি অনা কচু, ঢেকীয়া, ফল-মূল খায়েই দিন কটাবলগীয়া হৈছিল। খাদ্যৰ অভাৱে বেছিকৈ ক্ষতিগ্ৰস্ত কৰিছিল মহিলাসকলক। কাৰণ এগৰাকী মহিলাক উপযুক্ত পৰিমাণৰ আইৰন, ভিটামিন, প্ৰ'টিন, কেলছিয়াম আদি পুষ্টিদ্ৰব্যৰ অধিক প্ৰয়োজন হয়। উপযুক্ত পুষ্টিৰ অভাৱে মহিলাসকলৰ সাধাৰণ আৰু প্ৰজননজনিত স্বাস্থ্যত বিৰূপ প্ৰভাৱ পেলায়। শিবিৰত থকা গৰ্ভৱতী আৰু স্তনপান কৰাই থকা মাতৃসকলে উপযুক্ত পুষ্টিকৰ খাদ্যতো বাদেই, দুবেলা দুসাজেই ভালদৰে খাবলৈ পোৱা নাছিল। ফলত তেনে মহিলাসকল অপুষ্টি আৰু ৰক্তহীনতাত ভুগিছিল। গৰ্ভৱতী মহিলাসকলৰ সন্তান জন্ম দিয়াৰ সময়ত বিভিন্ন স্বাস্থ্যজনিত সমস্যাই দেখা দিছিল। অধিকাংশৰে মৃত সন্তান জন্ম হৈছিল, কেইবাগৰাকীও এনিমিয়াত ভোগা মাতৃ সন্তান জন্ম দিওঁতে মৃত্যুমুখত পৰিছিল আৰু কোনোগৰাকীৰ যদি সুকলমে সন্তান জন্ম হৈছিল, তেন্তে সেই সন্তান অতি দুৰ্বল স্বাস্থ্যৰ আছিল। তেনে দুৰ্বল স্বাস্থ্যৰ শিশুসকল ডাঙৰ হোৱাৰ পাছতো অসুখীয়া আৰু দুৰ্বল হোৱা বুলি মহিলাসকলে জনায়। আকৌ স্তনপান কৰাই থকা মাতৃসকলো উপযুক্ত খাদ্যৰ অভাৱত এনিমিয়া আৰু অন্যান্য পুষ্টিদ্ৰব্যৰ অভাৱত ভুগিছিল। গতিকে তেওঁলোকৰ স্বাস্থ্যৰো অৱনতি ঘটিছিল আৰু ফলত তেওঁলোকৰ সন্তানেও অপুষ্টিত ভুগিছিল। কিশোৰীসকলে পুষ্টিকৰ খাদ্য খাবলৈ নোপোৱাৰ বাবে তেওঁলোকৰ সাধাৰণ আৰু প্ৰজননজনিত স্বাস্থ্যত বিৰূপ প্ৰভাৱ পৰিছিল। সংঘৰ্ষৰ পাছৰ সময়ছোৱাত খাদ্যৰ অভাৱত হোৱা এনিমিয়া, অন্যান্য পুষ্টিদ্ৰব্যৰ অভাৱ আদিৰ বাবে মহিলাসকলে পিছতো দুৰ্বল বা অসুখীয়া হোৱাৰ কথা জনায়।

**শিক্ষাৰ সমাপ্তি ঃ** কিশোৰী-যুৱতীসকলৰ শিক্ষাত যতি পৰাটো গোষ্ঠী সংঘৰ্ষৰ আন এক উল্লেখযোগ্য প্ৰভাৱ। সাক্ষাৎকাৰত অংশগ্ৰহণ কৰা মহিলাসকলৰ মাজৰ কেইবাগৰাকীৰো



সংঘৰ্ষৰ পাছতে শিক্ষা আধৰুৱা হৈছিল। সংঘৰ্ষজনিত পৰিস্থিতিৰ বিশৃংখলতা আৰু আৰ্থিক, শৈক্ষিক, সামাজিক আন্তঃগাঁথনি ধ্বংস হোৱাৰ ফলত শিক্ষালাভৰ ক্ষেত্ৰত সমস্যাই দেখা দিয়ে। তেনে পৰিস্থিতিত পীড়িতসকলৰ বাবে মৌলিক প্ৰয়োজন হৈ দেখা দিয়ে কেৱল খাদ্য আৰু বাসস্থানেহে। শৰণাৰ্থী শিবিৰত খাদ্য, বস্ত্ৰ, বাসস্থানৰ অভাৱত শিক্ষাৰ দিশটো গুৰুত্বহীন হৈ পৰে। কোনো কোনো সংঘৰ্ষত আক্ৰমণকাৰীয়ে ঘৰ-দুৱাৰৰ লগতে স্কুলো জ্বলাই দিছিল। তদুপৰি সংঘৰ্ষই সৃষ্টি কৰা বিশৃংখল পৰিৱেশ আৰু সকলোধৰণৰ আন্তঃগাঁথনি ধ্বংস হোৱাৰ লগে লগে শৈক্ষিক দিশৰ কাম-কাজো বন্ধ হৈ পৰে। পৰিস্থিতি শাম কটাৰ পাছত সকলো স্বাভাৱিক হ'লেও আৰ্থিকভাৱে জুৰুলা হৈ পৰা সংঘৰ্ষ পীড়িত পৰিয়ালসমূহৰ অধিকাংশই ল'ৰা-ছোৱালীক পঢ়িবলৈ পঠিয়াবলৈ সক্ষম নহয়। এই সমস্যাটোৱে মহিলাসকলক বেছিকৈ প্ৰভাৱিত কৰে। কাৰণ আৰ্থিক অভাৱৰ বাবে অভিভাৱকে নিজৰ ছোৱালীক পুনৰ পঢ়িবলৈ পঠিওৱাতকৈ বিয়া দিয়াতহে বেছি গুৰুত্ব দিয়ে। আমি লগ পোৱা মহিলাসকলৰ কেইবাগৰাকীয়ে সংঘৰ্ষৰ সময়তে পঢ়া সমাপ্ত কৰিবলগীয়া হৈছিল। সংঘৰ্ষৰ পাছতে পঢ়া আধৰুৱা হোৱা অধিকাংশ যুৱতীৰে বিয়া হৈছিল। কেইগৰাকীমানে নিজৰ আগ্ৰহ আৰু চেষ্টাৰ বলত নিজে উপাৰ্জন কৰি পঢ়াৰ খৰচ উলিয়াই পঢ়া-শুনা চলাই গৈছিল যদিও সংঘৰ্ষই কঢ়িয়াই অনা আৰ্থিক অভাৱ আৰু অন্যান্য সমস্যাৰ বাবেই পাছত থমকি ৰ'বলগীয়া হৈছিল। সংঘৰ্ষই সৰ্বস্বান্ত কৰি পেলোৱা পৰিয়ালক আৰ্থিক সকাহ দিবৰ বাবেই তেওঁলোকে পঢ়া সমাপ্ত কৰি জীৱিকা অৰ্জন কৰিবলৈ বাধ্য হৈছিল। মহিলাসকল শিক্ষিত হ'লে তেওঁলোকৰ চিন্তা, সামাজিক চেতনা, স্বাস্থ্য সজাগতাই তেওঁলোকৰ ভৱিষ্যত প্ৰজন্মৰ ওপৰতো প্ৰভাৱ পেলায়। গতিকে সংঘৰ্ষই শিক্ষা আধৰুৱা কৰাটোৱে পৰোক্ষভাৱে মহিলাসকলৰ উক্ত দিশসমূহৰ বিকাশতো প্ৰভাৱ পেলাইছিল।

**জীৱিকাৰ ক্ষতি ঃ** গোষ্ঠী সংঘৰ্ষই পীড়িত কৰা মানুহখিনিৰ জীৱিকা আৰু আৰ্থিক দিশৰ ক্ষতি এটা ডাঙৰ সমস্যা। সংঘৰ্ষত একো একোখন গাঁও উছন্ন হৈ পৰিছিল। খেতি-বাতিৰে নদন-বদন গাঁও একোখন মূহুৰ্তৰ ভিতৰতে উদং হৈ পৰিছিল। আক্ৰমণকাৰীয়ে ঘৰ-দুৱাৰ জ্বলাই দিছিল, সা-সম্পত্তি, ভঁৰালৰ খাদ্যশস্য, গৰু-ম'হ সকলো লুটি নিয়াৰ

ফলত ভুক্তভোগীসকল সৰ্বস্বান্ত হৈছিল। আশ্ৰয় শিবিৰত কেইবামাহো বা কেইবাবছৰো থাকি অহাৰ পাছত এই ভুক্তভোগীসকলৰ বাবে পূৰ্বৰ জীৱিকা নতুনকৈ আৰম্ভ কৰাটো কঠিন হৈ পৰিছিল। আগতে আৰ্থিকভাৱে স্বচ্ছলসকলৰ বাবেও সংঘৰ্ষজনিত পৰিস্থিতি শাম কটাৰ পাছত আগৰদৰে পুনৰ উপাৰ্জন কৰাটো সহজ কথা হৈ থকা নাছিল। কাৰণ ইতিমধ্যে তেওঁলোকক আক্ৰমণকাৰীয়ে সৰ্বস্বান্ত কৰি গৈছিল আৰু দীৰ্ঘদিনৰ বিৰতিৰ পাছত জীৱিকাৰ পথো ৰুদ্ধ হৈ পৰিছিল। আক্ৰমণকাৰীয়ে খেতি-বাতি, ভঁৰালৰ খাদ্যশস্য আদিও নষ্ট কৰি থৈ গৈছিল। গতিকে যিসকলে খেতি-বাতি কৰি জীৱিকা অৰ্জন কৰিছিল, শিবিৰৰপৰা উভতি আহি পুনৰ সেই খেতি আগৰ দৰে ঠন ধৰি উঠাবলৈ যথেষ্ট সময়ৰ প্ৰয়োজন হৈছিল। আকৌ যিসকলে ব্যৱসায় কৰিছিল, তেওঁলোকৰ দোকান-পোহাৰ ভাঙি পেলোৱাৰ ফলত দীৰ্ঘদিনৰ বিৰতিৰ পাছত পুনৰ আগৰ দৰে ব্যৱসায় কৰাটো তেওঁলোকৰ বাবে অসম্ভৱ হৈ পৰিছিল। নতুনকৈ ব্যৱসায় আৰম্ভ কৰিবলৈকো তেওঁলোকৰ সা-সম্পত্তি, মূল্যবান সম্পদ, সাঁচতীয়া ধন আদি সকলো আক্ৰমণকাৰীয়ে লুটপাত কৰি লৈ গৈছিল। গতিকে শিবিৰৰ পৰা উভতি অহাৰ সময়ত তেওঁলোকৰ হাতত ধন নথকাৰ লগতে আগৰ ঠাইত থাকিবলৈ ঘৰো পোৱা নাছিল। সংঘৰ্ষই বিধ্বস্ত কৰি থৈ যোৱা পৰিৱেশ আৰু ধ্বংসস্তুপৰ মাজত ভুক্তভোগীসকলে নতুনকৈ আৰম্ভ কৰিবলগীয়া হৈছিল জীৱন আৰু জীৱিকা। আৰ্থিকভাৱে টনকিয়াল মানুহেও সংঘৰ্ষৰ পাছত সৰ্বস্বান্ত হৈ দৰিদ্ৰতাক আঁকোৱালি ল'বলগীয়া হৈছিল।

সময়ে সময়ে হৈ থকা সংঘৰ্ষত আক্ৰমণকাৰীয়ে ঘৰ-দুৱাৰ জ্বলাই দিয়াৰ পাছত সেই ঘৰ বাৰে বাৰে সাজি থকা আৰু পুনৰ ধ্বংস হোৱাৰ দৃশ্যৰ সাক্ষী হোৱাটো কম যন্ত্ৰণাদায়ক নহয়। জীৱিকাৰ পথ ৰুদ্ধ হৈ পৰাত বাধ্যত পৰি বহুতেই দিন হাজিৰা কৰিব লগা হৈছিল। তেনেস্থলত দুই-তিনিবাৰকৈ ঘৰ সাজিবলগীয়া হোৱাটো তেওঁলোকৰ বাবে সমস্যাৰ কাৰণ হৈ পৰিছিল। জীৱিকাৰ নিৰাপত্তাহীনতাই মহিলাসকলকো যথেষ্ট প্ৰভাৱিত কৰিছিল। আমি লগ পোৱা কেইবাগৰাকীও মহিলাই সংঘৰ্ষৰ পাছত দিন হাজিৰা বা আনৰ ঘৰত বন কৰিবলগীয়া হৈছিল। কাৰণ আৰ্থিকভাৱে জুৰুলা হৈ পৰা পৰিয়ালবোৰত পেট প্ৰৱৰ্তাৰৰ



বাবে প্ৰতিজন সদস্যই উপাৰ্জন কৰাটো জৰুৰী হৈ পৰিছিল। তদুপৰি শৰণাৰ্থী শিবিৰত থকা সময়ত চৰকাৰৰ ফালৰপৰা খাদ্যৰ যোগান পৰ্যাপ্ত পৰিমাণে নোহোৱাৰ বাবেও মহিলাসকলে দিন হাজিৰা কৰি দুবেলা দুসাঁজ যোগাৰ কৰিবলৈ বাধ্য আছিল। আকৌ যিসকল মহিলাৰ স্বামী নতুবা পৰিয়ালৰ মুখ্য উপাৰ্জনকৰ্তাজনৰ সংঘৰ্ষত মৃত্যু হৈছিল, তেওঁলোকৰ বাবে পৰিয়াল চলোৱাটো আছিল প্ৰত্যাহ্বানমূলক কাম। আগতে ঘৰৰ কাম-কাজৰ মাজতে ব্যস্ত থকা সেই মহিলাসকলে স্বামীৰ অবৰ্তমানত নতুনকৈ জীৱিকাৰ পথৰ সন্ধান কৰি বিভিন্ন প্ৰত্যাহ্বানৰ মাজেৰে সন্তান তথা পৰিয়ালক পোহপাল দিবলৈ বাধ্য হৈছিল। কোনো কোনো মহিলাৰ আকৌ সংঘৰ্ষত স্বামী আঘাতপ্ৰাপ্ত হৈছিল নতুবা কোনোজন শিবিৰত থাকি চিৰদিনৰ বাবে ৰুগীয়া হৈ পৰিছিল। তেনে পৰিস্থিতিৰ সন্মুখীন হোৱা মহিলাসকলেও পৰিয়ালৰ মুখ্য উপাৰ্জনকৰ্তাৰ দায়িত্ব পালন কৰিবলগীয়া হৈছিল।

**নিৰাপত্তাহীন জীৱন ঃ** কোকৰাঝাৰত সময়ে সময়ে হৈ থকা সংঘৰ্ষই মানুহৰ জীৱনৰ নিৰাপত্তা নোহোৱা কৰিছিল। সংঘৰ্ষৰ হিংসা-হত্যা, ধ্বংসকাৰ্য আৰু ভয়াবহ অভিজ্ঞতাবোৰে এতিয়াও আমনি কৰে বুলি মহিলাসকলে প্ৰকাশ কৰে। সেই সময়খিনিৰ ভয়াবহ ঘটনাবোৰৰ কথা মনত পেলাই আজিও তেওঁলোক শিঁয়ৰি উঠে। এতিয়া পৰিস্থিতি শান্ত যদিও তেনেধৰণৰ ঘটনা পুনৰ ঘটিব বুলি একধৰণৰ সংশয় আৰু আতংকই সদায় তেওঁলোকক খেদি ফুৰে। সংঘৰ্ষৰ সময়ৰ ভয়াবহ অভিজ্ঞতাই তেওঁলোকৰ মনত ইমানেই গভীৰভাৱে প্ৰভাৱ পেলাইছিল যে সেই সময়ছোৱাৰ ভয়, যন্ত্ৰণা, প্ৰাণ বচোৱাৰ বাবে হোৱা হাহাকাৰ পৰিস্থিতি, নিজৰ ঘৰখন চকুৰ সন্মুখতে জ্বলি যোৱা আদি দৃশ্যবোৰে এতিয়াও তেওঁলোকক আতংকিত কৰি তোলে। বড়ো-আদিবাসী সংঘৰ্ষৰ সময়ত আদিবাসী গাঁও এখনত এনেকুৱা আতংকময় পৰিস্থিতিৰ সৃষ্টি হৈছিল যে, কেইগৰাকীমান মহিলাই উপায়হীন হৈ আনকি নিজৰ কোলাৰ কেঁচুৱাও এৰি থৈ জীৱন বচাবৰ বাবে পলাবলৈ বাধ্য হৈছিল আৰু তেনে শিশুবোৰৰ পাছত মৃত্যু হৈছিল। সেই ভয়ংকৰ হিংসাৰ দৃশ্যবোৰ, আপোনজনক আৰু নিজৰ আপোন ঘৰখনক হেৰুওৱাৰ বেদনা আদি মহিলাসকলে পাহৰিব পৰা নাই আৰু এইবোৰ তেওঁলোকৰ বাবে হৈ পৰিছে তীব্ৰ মানসিক যন্ত্ৰণাৰ কাৰণ। ধাউলিগুৰি আৰু ভদিয়াগুৰি শিবিৰত থকা মানুহখিনি

পুনৰ আগৰ থকা ঠাইলৈ উভতি নগ'ল। কাৰণ সংঘৰ্ষৰ সময়ৰ সেই ভয়াৱহ পৰিস্থিতিৰ আকৌ উদ্ভৱ হ'ব পাৰে বুলি তেওঁলোক এতিয়াও আতংকিত হৈ থাকে। গতিকে কষ্টৰ মাজেৰে হ'লেও তেওঁলোক শিবিৰতেই থাকি গ'ল।

**পৰিয়ালৰ মুৰব্বীৰূপে মহিলাসকলৰ ভূমিকা ঃ** লিংগজনিত বা দৈহিক বিভিন্নতাৰ বাবে গোষ্ঠীগত সংঘৰ্ষৰ সময়ত আৰু পাছত উদ্ভৱ হোৱা পৰিস্থিতিত মহিলাসকলেই বেছি দুৰ্ভোগ ভুগিবলগীয়া হয়। কোকৰাঝাৰৰ সংঘৰ্ষ পীড়িত এই মহিলাসকলেও কেইবাবাৰো গোষ্ঠী সংঘৰ্ষৰদ্বাৰা পীড়িত হৈছিল। সময়ে সময়ে হৈ থকা সংঘৰ্ষই তেওঁলোকৰ জীৱন-জীৱিকাৰ নিৰাপত্তা নোহোৱা কৰিছিল। কোনোৱে স্বামীক নতুবা পিতৃ-মাতৃক হেৰুৱাইছিল, কাৰোবাৰ পঢ়া-শুনা আধৰুৱা হৈছিল আৰু কোনোগৰাকী চিৰৰুগীয়া হৈছিল। কোনোৱে সংঘৰ্ষৰ বাবে পঢ়া আধৰুৱা হোৱা সত্বেও মনোবল নেহেৰুৱাই দিন হাজিৰা কৰিও পঢ়া-শুনা চলাই গৈছিল। এসময়ত আৰ্থিকভাৱে স্বচ্ছলসকলেও সৰ্বস্বান্ত হৈ দিন হাজিৰা কৰিবলগীয়াৰ দৰে পৰিস্থিতিৰ সৃষ্টি হৈছিল। সংঘৰ্ষজনিত পৰিস্থিতিত খাদ্যৰ নাটনি, অনাময় ব্যৱস্থাৰ অভাৱ, বিশুদ্ধ খোৱাপানীৰ অভাৱ, অস্বাস্থ্যকৰ পৰিৱেশ, বেমাৰ-আজাৰ আদিৰদ্বাৰা এই মহিলাসকল অধিক ক্ষতিগ্ৰস্ত হৈছিল। কোকৰাঝাৰৰ এই মহিলাসকলে বৃহৎ সমস্যাৰে ভাৰাক্ৰান্ত হৈ আৰু সংঘৰ্ষৰ ভয়াৱহ পৰিস্থিতি পুনৰ উদ্ভৱ হোৱাৰ সংশয় মনত লৈ জীয়াই থাকিবলৈ বাধ্য হৈছিল। কোকৰাঝাৰৰ গ্ৰামাঞ্চলৰ ঘৰৰ চাৰিবেৰৰ মাজত আবদ্ধ, আগতে ঘৰুৱা কাম-কাজতে ব্যস্ত হৈ থকা এই মহিলাসকলে সংঘৰ্ষত স্বামীক হেৰুৱাই নতুবা স্বামী ৰুগীয়া হৈ পৰাৰ বাবে পৰিয়ালৰ একমাত্ৰ উপাৰ্জনকৰোঁতাৰ দায়িত্ব ল'বলগীয়া হৈছিল। উপায়হীন হৈ তেওঁলোকে দিন হাজিৰা নাইবা আনৰ ঘৰত বন কৰি অতি কষ্টেৰে সন্তানক লালন-পালন আৰু শিক্ষিত কৰি তুলিলে। কেৱল ঘৰ, পৰিয়ালক চোৱা-চিতা কৰাৰ দৰে গতানুগতিক পিতৃতান্ত্ৰিক সামাজিক ধাৰণাৰ সীমাবদ্ধতাৰপৰা ওলাই আহি এই মহিলাসকলে জীৱিকা অৰ্জন কৰি অকলেই সংসাৰৰ দায়িত্ব লৈ জীৱন পথত আগুৱাই গৈছিল। তদুপৰি আন মহিলাসকলেও সংঘৰ্ষৰ পাছত সৰ্বস্বান্ত হৈ পৰা পৰিয়ালসমূহক আৰ্থিক সকাহ দিবৰ বাবে উপাৰ্জন কৰিবলৈ বাধ্য হৈছিল। আপোনজনক হেৰুৱাই, সংঘৰ্ষত বিভিন্নধৰণে



সৰ্বস্বান্ত হৈ এই দুৰ্ভগীয়া মহিলাসকলে সমাজৰ নানান প্ৰতিবন্ধকতাক নেওচি পৰিয়ালৰ মুৰব্বী হিচাপে তেওঁলোকৰ ভূমিকা সুচাৰুৰূপে পালন কৰি গৈছে। সংঘৰ্ষই নিঠৰুৱা কৰা আৰু আৰ্থিকভাৱে বিধ্বস্ত কৰাৰ পাছতো তেওঁলোকে নতুন ভূমিকাৰে বিভিন্ন প্ৰত্যাহ্বান অতিক্ৰম কৰি জীৱন সংগ্ৰাম চলাই গৈছে।

******

## প্ৰসংগ টোকা ঃ

[১] https://en.wikipedia.org/wiki/Kokrajhar_district, http://kokrajhar.gov.in/ ,https://en.wikipedia.org/wiki/Kokrajhar_district, Date of download, May 17, 2017.

[২] http://www.firstpost.com-indiaassam-violence-5-key-facts-about-the-bodo-muslim-conflict-1507865.html.html, accessed on May 17, 2017.

[৩] http://shodhganga.inflibnet.ac.in/handle/10603/37053, accessed on May 17, 2017.

[৪] http://www.cetri.be/Violence-in-Kokrajhar?lang=fr, accessed on May 17, 2017.

[৫] httpshodhganga.inflibnet.ac.inbitstream10603775301212_ chapter%204.pdf

[৬] https://en.wikipedia.org/wiki/2012_Assam_violence, accessed on May 17, 2017.

[৭] http://www.firstpost.com/india/assam-violence-5-key-facts-about-the-bodo-muslim-conflict-1507865.html, accessed on May 17, 2017.

[৮] https://www.hrw.org/world-report/2013/country-chapters/india, accessed on

May 25, 2017.

[৯]https://en.wikipedia.org/wiki/December_2014_Assam_violence, accessed on May 23, 2017.

[১০] http://www.thehindu.com/news/national/other-states/death-toll-rises-to-81-operations-launched-against-ndfb/article6727689.ece, accessed on May 24, 2017.

[১১] http://www.thehindu.com/news/national/other-states/assam-toll-rises-as-violence-spreads-to-kokrajhar/article6724739.ece, accessed on May 24, 2017.

[১২] ক্ষেত্র অধ্যয়নৰ তথ্য

[১৩] ঐ

[১৪] ঐ

[১৫] ঐ

[১৬] দিগন্ত শৰ্মা, *গোষ্ঠী সংঘাতঃ ১৯৯৬-১৯৯৮*, একলব্য প্ৰকাশন, যোৰহাট, ২০১৪।



# উপসংহাৰ

অধ্যয়নৰ সময়ছোৱাত কোকৰাঝাৰৰ সংঘৰ্ষ পীড়িত দুৰ্গম, পিছপৰা গাঁওসমূহৰ সংঘৰ্ষৰ ভুক্তভোগী মহিলাসকলৰ সৈতে কথা পতাৰ বিচিত্ৰ অভিজ্ঞতা হৈছিল। গোষ্ঠী সংঘৰ্ষৰ সেই হিংসা, হত্যা, ধ্বংসযজ্ঞ, ঘৰ জ্বলোৱা আদিৰ ভয়াৱহ মুহূৰ্তবোৰে তেওঁলোকক এতিয়াও আমনি কৰে। মহিলাসকলৰ বেছিভাগেই সেইসময়ৰ স্মৃতিবোৰ সুঁৱৰি ভয় আৰু শোকত বিহ্বল হৈ পৰিছিল। তেওঁলোকে সদায়ে কামনা কৰে সেই সময়বোৰ যেন কেতিয়াও ঘূৰি নাহক। গোষ্ঠী সংঘৰ্ষই বিধ্বস্ত কৰা এই মহিলাসকলে এতিয়াও তেনেধৰণৰ পৰিস্থিতিৰ উদ্ভৱ হোৱাৰ আশংকা মনত লৈয়েই জীৱন অতিবাহিত কৰি আহিছে। কোকৰাঝাৰৰ এই মহিলাসকলে কেৱল এবাৰেই নহয়, কেইবাবাৰো তেনে অভিজ্ঞতাৰ সন্মুখীন হৈছিল। প্ৰতিবাৰেই সংঘৰ্ষই ধ্বংস কৰা আন্তঃগাঁথনি, বিশৃংখল হৈ পৰা পৰিৱেশ, নানান সমস্যাৰ মাজত সকলোতকৈ বেছি ক্ষতিগ্ৰস্ত হৈছিল এই মহিলাসকল। চকুৰ সন্মুখতে মৰমৰ ঘৰখন দপদপকৈ জ্বলি উঠা, হঠাতে স্তব্ধ হৈ পৰা জীৱিকা, আৰ্থিক বিপৰ্যয়, আশ্ৰয় শিবিৰত থকা সময়ৰ দুৰ্দশা আদি সোঁৱৰণ কৰোঁতে কেইবাগৰাকীও মহিলা কান্দোনত ভাগি পৰিছিল। সংঘৰ্ষত আপোনজনক হেৰুৱাই কোনোগৰাকীয়ে অকাল বৈধব্যক সাৱটি লৈছিল নতুবা পৰিয়ালৰ মুখ্য উপাৰ্জনকৰোঁতাক হেৰুৱাই দিকহাৰা হৈ পৰিছিল। তেনে পৰিস্থিতিত গ্ৰামাঞ্চলৰ এই অৰ্ধশিক্ষিতা বা অশিক্ষিতা মহিলাসকলে নতুনকৈ জীৱিকাৰ সন্ধান কৰি পৰিয়ালৰ মুখ্য উপাৰ্জনকৰোঁতাৰ ভূমিকা লৈ সন্তানক ডাঙৰ-দীঘল কৰা, সন্তানৰ পঢ়া-শুনাৰ দায়িত্ব লোৱা, ঘৰ চলোৱা আদি অকলেই কৰিবলৈ বাধ্য হৈ পৰিছিল। এফালে আপোনজনক হেৰুওৱাৰ দুখ আৰু তাৰ সমান্তৰালভাৱে অকলশৰে পালন কৰিবলগা হোৱা বিভিন্ন দায়িত্বই তেওঁলোকক দিকভ্ৰান্ত কৰি তুলিছিল। কিন্তু তথাপিও জীৱন যুঁজত হাৰ নামানি তেওঁলোকে সন্মুখত আহি পৰা সামাজিক বাধা আৰু বিভিন্ন প্ৰত্যাহ্বান নেওচি অদমনীয় সাহস আৰু দৃঢ়তাৰে জীৱন সংগ্ৰামত অগ্ৰসৰ হ'বলৈ বাধ্য হৈছে। সংঘৰ্ষৰ ভয়াৱহতা আৰু আপোনজনক

হেৰুওৱাৰ যন্ত্ৰণাক একাষৰীয়া কৰি থৈ তেওঁলোকে সকলো প্ৰতিকূলতা নেওচি অশেষ পৰিশ্ৰমেৰে সন্তানক লালন-পালন কৰাৰ লগতে তেওঁলোকক শিক্ষিত কৰি তুলি সমাজলৈ অৱদান আগবঢ়াইছে। গোষ্ঠী সংঘৰ্ষৰ ফলত অকাল বৈধব্যক সাৱটি লোৱা নতুবা অকলশৰীয়া হৈ পৰা, শিক্ষা আধৰুৱা হোৱা, শিবিৰত থাকি ৰুগীয়া হোৱা, সন্তানৰ জন্মৰ সময়ত শিবিৰত খাদ্য আৰু চিকিৎসাৰ অভাৱত অপুষ্টিত ভোগা এই দুৰ্ভগীয়া মহিলাসকলে সংঘৰ্ষজনিত পৰিস্থিতিত ভোগ কৰা অবৰ্ণনীয় যন্ত্ৰণাক আজীৱন বুকুত বান্ধি মানসিক হতাশাত ভোগে। কাৰণ গোষ্ঠী সংঘৰ্ষই জীৱন আৰু জীৱিকাৰ নিৰাপত্তা নোহোৱা কৰাৰ পাছত চৰম সমস্যাসমূহৰ সন্মুখীন হ'বলগীয়া হয় এই মহিলাসকলেই।

সংঘৰ্ষৰ সময়ত বা পাছত শিক্ষা, স্বাস্থ্য, অৰ্থনীতি আদি সকলো দিশৰে আন্তঃগাঁথনি দুৰ্বল হৈ পৰে। তেনে পৰিস্থিতিত ভুক্তভোগীসকলে ন্যূনতম মৌলিক প্ৰয়োজনখিনিৰ কাৰণেও হাহাকাৰ কৰিবলগীয়া হয়। সেইসময়ত সাময়িকভাৱে চৰকাৰে তেওঁলোকক থাকিবৰ বাবে অস্থায়ী আশ্ৰয় শিবিৰৰ ব্যৱস্থা কৰি দিয়ে। কিন্তু ক্ষেত্ৰ অধ্যয়নৰ সময়ত সাক্ষাৎ গ্ৰহণ কৰা ভুক্তভোগীসকলৰ ভাষ্য মতে, অধিকাংশ শিবিৰলৈ খাদ্যৰ যোগান ধৰা হৈছিল যদিও যোগান নিয়মীয়া নাছিল। ফলত তেওঁলোকে দিন হাজিৰা কৰি দুবেলা দুসাঁজৰ যোগাৰ কৰিবলগীয়া হৈছিল। আশ্ৰয় শিবিৰত আবাসীসকলে কেনে অৱস্থাত বাস কৰিছে, খাদ্য, অনাময়ৰ সু-ব্যৱস্থা আছেনে নাই আদি বিষয়ৰ সময়ে সময়ে খতিয়ান লোৱাটো চৰকাৰৰ দায়িত্ব হোৱা উচিত। প্ৰয়োজন অনুসৰি তেওঁলোকৰ বাবে তাৎক্ষণিক চিকিৎসাৰ ব্যৱস্থা আৰু চিকিৎসকৰ নিয়মীয়া পৰিদৰ্শন অতি জৰুৰী। বিশেষকৈ আশ্ৰয় শিবিৰত থকা গৰ্ভৱতী মহিলাসকলৰ বাবে চৰকাৰৰ ফালৰপৰা আইৰনৰ বড়িৰ নিয়মীয়া যোগানৰ ব্যৱস্থা থকা উচিত। গৰ্ভৱতী অৱস্থাত আৰু সন্তানৰ জন্মৰ সময়ত যাতে মহিলা ভুক্তভোগীসকল তাৎক্ষণিক চিকিৎসাৰপৰা বঞ্চিত নহয় সেয়া সুনিশ্চিত কৰাৰ বাবে প্ৰশাসনৰ ফালৰপৰা ব্যৱস্থা লোৱাটো খুবেই প্ৰয়োজনীয়। সংঘৰ্ষৰ পাছৰ অৱস্থাত ভুক্তভোগীসকলৰ সমস্যাৰ বুজ লৈ সেয়া সমাধান কৰাৰ বাবে চৰকাৰৰ ফালৰপৰা প্ৰতিনিধি নিয়োগ কৰাৰ ব্যৱস্থা কৰিব পাৰে। ভুক্তভোগীসকলক ক্ষতিপূৰণ হিচাপে এককালীন সাহায্য প্ৰদান কৰাতেই



চৰকাৰৰ দায়িত্ব সমাপ্ত নহয়। কেইবাবাৰো গোষ্ঠী সংঘৰ্ষত ক্ষতিগ্ৰস্ত হোৱা কোকৰাঝাৰ জিলাৰ ভুক্তভোগীসকলৰ বাবে এই এককালীন সাহায্য পৰ্যাপ্তও নহয়। কাৰণ গোষ্ঠী সংঘৰ্ষই তেওঁলোকক কৰা ক্ষতি দীৰ্ঘদিনীয়া। মানুহখিনিক সংঘৰ্ষই সৰ্বস্বান্ত কৰিছে আৰু তেওঁলোকৰ জীৱিকা, খেতি-বাতি, ব্যৱসায় আদি সকলো উপাৰ্জনৰ পথ বন্ধ হৈ পৰিছে। গতিকে এককালীন ক্ষতিপূৰণতকৈ তেওঁলোকৰ বাবে সংস্থাপনহে অধিক প্ৰয়োজনীয়। সংঘৰ্ষ পীড়িত অঞ্চলসমূহত পৰিস্থিতি শাম কটাৰ পাছত ভুক্তভোগীসকলে আগৰ থকা ঠাইলৈ গৈ কেনেধৰণে পুনৰ জীৱন আৰম্ভ কৰিছে, চৰকাৰৰ ফালৰপৰা তাৰ বুজ লোৱাটো অতি দৰকাৰী। সংঘৰ্ষৰ ফলত আৰ্থিকভাৱে জুৰুলা হৈ আৰু পুনৰ সংঘৰ্ষ হোৱাৰ আশংকাত আগৰ থকা ঠাইলৈ উভতি নগৈ এতিয়াও আশ্ৰয় শিবিৰতে বাস কৰা লোকসকলক উপযুক্ত সা-সুবিধা প্ৰদান কৰাৰ ক্ষেত্ৰত প্ৰশাসনে প্ৰয়োজনীয় পদক্ষেপ লোৱা উচিত। সংঘৰ্ষৰদ্বাৰা পীড়িত মহিলাসকলৰ বাবে চৰকাৰ তথা বেচৰকাৰী সংগঠনসমূহে বিভিন্ন বৃত্তিমুখী বিষয়ৰ প্ৰশিক্ষণ বা নিয়োগৰ সুবিধা দিয়াৰ ব্যৱস্থা কৰা উচিত যাতে তেওঁলোকে আৰ্থিকভাৱে স্বাৱলম্বী হৈ সকলো দুখ, সমস্যাৰপৰা আঁতৰি জীৱনটো নতুনকৈ আৰম্ভ কৰিবলৈ অনুপ্ৰেৰণা পায়। তদুপৰি সংঘৰ্ষৰ পৰৱৰ্তী সময়ত মানসিক সমস্যা আৰু হতাশাৰ সন্মুখীন হোৱা মহিলাসকলক চিনাক্ত কৰি তেওঁলোকক মনোৰোগ বিশেষজ্ঞৰদ্বাৰা সময়ে সময়ে পৰামৰ্শদান (Counselling)ৰ ব্যৱস্থা কৰাৰ প্ৰয়োজন।

এই ক্ষুদ্ৰ পৰিসৰৰ গ্ৰন্থখনত সীমিত অধ্যয়ন আৰু বিভিন্ন সীমাবদ্ধতাৰ মাজেৰে বিষয়টোৰ এক সম্যক আভাস দিবলৈহে চেষ্টা কৰা হৈছে। গোষ্ঠী সংঘৰ্ষত মহিলাসকলৰ জীৱন সংগ্ৰামৰ বিভিন্ন দিশ উন্মোচিত হ'বলৈ এতিয়াও বহু বাকী আছে। এই অধ্যয়নে ভৱিষ্যতৰ গৱেষকসকলৰ বাবে এনে সম্পৰ্কীয় গৱেষণাৰ বাট মুকলি কৰাৰ লগতে উক্ত বিষয়ৰ অধ্যয়নৰ ক্ষেত্ৰত সামান্য হ'লেও সহায় কৰিব বুলি আশা কৰা হৈছে।

******

# গ্ৰন্থপঞ্জী/প্ৰসংগ


## গ্ৰন্থ

১) তালুকদাৰ, মৃণাল, কলিতা, কিশোৰ কুমাৰ। *অসম (১৯৭১-২০০০)*। গুৱাহাটীঃ নন্দ তালুকদাৰ ফাউণ্ডেশ্যন, ২০১৬।

২) শৰ্মা, দিগন্ত। *গোষ্ঠী সংঘাতঃ ১৯৯৬-১৯৯৮*। যোৰহাটঃ একলব্য প্ৰকাশন, ২০১৪।

৩) হুছেইন, ৱাছবীৰ, অনু.। *সংগীহীন সংসাৰঃ অসমৰ সন্ত্ৰাসৰ বলি বিধৱাসকল*। গুৱাহাটীঃ বনলতা, ২০১৪।

৪) Kimura, Makiko. *The Nellie Massacre of 1983: Agency of Rioters*. New Delhi : Sage Publications India Private Limited, 2013.

৫) Chadha Behra, Navnita. *Gender, Conflict and Migration.* New Delhi : Sage publications India Pvt. Ltd., 2006.

৬) Koireng Singh, Aheibam. *Removing the Veil: Issues in North-East Conflict*. NCD: Essential Books, 2012.

৭) Gill, K P S and Sahni, Ajai. ed. *Faultlines: Writings on Conflict & Resolution*, vol.12. New Delhi, 2002.

৮) Mishra, Udayan. *The Periphery Strikes Back: Challenges to the Nation-State in Assam and Nagaland.* Shimla: Indian Institute of Advanced Study, 2000.

৯) Butalia, Urvashi. ed. *Speaking Violence: Women's Voices from Kashmir*. New Delhi: Kali for Women, 2002.




## প্ৰবন্ধ, প্ৰতিবেদন, গৱেষণা-পত্ৰ আৰু ইণ্টাৰনেটৰ পৰা সংগ্ৰহ কৰা তথ্য


১) Mai, Nguyen. Research Paper. *Causes of Ethnic Conflict: Examining the Role of Religious Diversity and Contagion Effects*.

২) Babatunde Durojaye, Oyedolapo, Oluwadare, Abiodun Joseph & Jarikre, Mathias E. Course Guide. *Fundamentals of Peace Studies and Conflict Resolution*. National Open University of Nigeria, 2013.

৩) Dhekial Phukan, Mridula. Research Paper. *Ethnicity, Conflict and Population Displacement in Northeast India*. Asian Journal of Humanities and Social Sciences, vol.1, issue 2, August, 2013.

৪) Centre for North East Studies and Policy Research with support from the Heinrich Boll Foundation. *Bearing Witness, A Report on the Impact of Conflict on Women in Nagaland and Assam*. New Delhi, 2011.

৫) Gohain, Hiren. Article. *Cudgel of Chauvinism*. Economic and Political Weekly, 15 (8), 1980.

৬) Guha, Amalendu. Article. *Little Nationalism Turned Chauvinist: Assam's Anti-Foreigner Upsurge*. Economic and Political Weekly, 15, 1980.

৭) Talukdar, Sushanta. Article. *Murky Politics*. Frontline, August 24, 2012.

৮) Study submitted by the Secretary-General Pursuant to Security Council Resolution 1325 (2000). *Women, Peace and Security*.

United Nations, 2000.

৯) El Jack, Amani. *Gender and Conflict*. Bridge, 2003.

১০) Kudakwashe, Mubika Augustine, Richard, Bukalia. Research Paper. *Causes of Armed Conflicts and their Effects on Women.* International Journal of Research in Humanities and Social Studies, Volume 2, Issue 4, April 2015.

১১) Mohammed, Adam Andani. Research Paper. *Impact of Chieftaincy Conflict on the Economic Status of Women in Ghana.* International Journal of Novel Research in Humanity and Social Sciences, vol.2, issue.4. July-August, 2015.

১২) Plumper, Thomas and Neumayer, Eric. *The Unequal Burden of War: The Effect of Armed Conflict on the Gender Gap in Life Expectancy*. International Organization 60, 2006.

১৩) United Nations. Report. *Women, Peace and Security.* Study submitted by the Secretary-General, 2002.

১৪) United Nations High Commissioner for Refugees. Report. *Sexual violence against refugees*. Geneva, 1995.

১৫) Fischbach, R. and Herbert, B. Research Paper. *Domestic violence and mental health: Correlates and conundrums within and across cultures*. Social science medicine, vol.45, No.8, 1997.

১৬) United Nations. *Beijing Declaration and Platform for Action, Fourth World Conference on Women.* September 15, 1995.

১৭) United Nations, United Nations High Commissioner for Human Rights. Report. *Report on the human rights situation in Sierra Leone*. New York: United Nations, August 9, 2001.

১৮) World Health Organizations. Report. *Violence Against Women.*



July 1997.

১৯) Amnesty International. Report. *Sierra Leone: Rape and other forms of sexual violence against girls and women, Report of the High Commissioner for Human Rights on the situation of human rights in Sierra Leone (E/CN.4/2001/35).* London, 2000.

২০) Human Rights Watch. Report. *Leave none to tell the story: Genocide in Rwanda*. New York, 1999.

২১) Coalition. Report. *Child soldiers global report*; A/51/306; *Report of the High Commissioner for Human Rights on the situation of human rights in Sierra Leone* (E/CN.4/2001/35).

২২) Physicians for Human Rights. Report. *Women's health and human rights in Afghanistan: A population-based assessment*. Boston, 2001.

২৩) Dissanayake, P.K.M. *A study of the social consequences of ethnic conflict in the north-east of Sri Lanka*, Proceedings of the second academic sessions- 2004.

২৪) Yahaya, A. B., Tinab, M.. Research Paper. *Socio-economic effects of armed conflict on women and children in Bawku municipality.* UDS International Journal of Development (UDSIJD), vol.2, no.1, August 2015.

২৫) Unicef. Report. *The impact of conflict on women and girls in West and Central Africa and the Unicef response*. March, 2005.

২৬) International Rescue Committee. Report. *Promoting the rights of children in emergencies: Case study of child and community participation in the IRC's non-formal education and*

*psychosocial support project in Ingushetia.* New York, IRC, 2002.

২৭) https://en.wikipedia.org/wiki/Kokrajhar_district, http://kokrajhar.gov.in/,https://en.wikipedia.org/wiki/Kokrajhar_district. accessed on May 17, 2017.

২৮) http://www.firstpost.comindiaassam-violence-5-key-facts-about-the-bodo-muslim-conflict-1507865.html.html. accessed on May 17, 2017.

২৯) http://shodhganga.inflibnet.ac.in/handle/10603/37053. accessed on May 17, 2017.

৩০) http://www.cetri.be/Violence-in-Kokrajhar?lang=fr. accessed on May 17, 2017.

৩১) httpshodhganga.inflibnet.ac.inbitstream 10603775301212_chapter%204.pdf. accessed on May 17, 2017.

৩২) https://en.wikipedia.org/wiki/2012_Assam_violence. accessed on May 17, 2017.

৩৩) http://www.firstpost.com/india/assam-violence-5-key-facts-about-the-bodo-muslim-conflict-1507865.html. accessed on May 17, 2017.

৩৪) https://www.hrw.org/world-report/2013/country-chapters/india. accessed on May 25, 2017.

৩৫) https://en.wikipedia.org/wiki/December_2014_Assam_violence. accessed on May 23, 2017.

৩৬) http://www.thehindu.com/news/national/other-states/death-toll-rises-to-81-operations-launched-against-ndfb/article6727689.ece.



accessed on May 24, 2017.

৩৭) http://www.thehindu.com/news/national/other-states/assam-toll-rises-as-violence-spreads-to-kokrajhar/article6724739.ece. accessed on May 24, 2017.

৩৮) http:// [Regents Prep Global history] Conflict_Ethnic Conflict.

৩৯) http://en.wikipedia.org/wiki/Bosnian_War

৪০) http:/en.wikipedia.org/wiki/December_2014_Assam Violence. accessed on May 16, 2017.

৪১) Choudhury, Sanghamitra, Thesis. *Women in Conflict Situations: A Study of Nalbari District of Assam.* New Delhi: Centre For the Study of Law and Governance, Jawaharlal Nehru University, 2008.

## পৰিশিষ্ট - ১ ঃ ক্ষেত্ৰ অধ্যয়নৰ বিভিন্ন আলোকচিত্ৰ



*গোষ্ঠী সংঘৰ্ষৰ ফলত ধ্বংস হোৱা এটা ঘৰৰ একাংশ, অৰ্থাইবাৰী গাঁও*



*গোষ্ঠী সংঘৰ্ষত আক্ৰমণকাৰীয়ে জ্বলাই দিয়া ঘৰৰ অৱশেষ, অৰ্থাইবাৰী গাঁও*





*সংঘৰ্ষত ক্ষতিগ্ৰস্ত হোৱা ঘৰ- ১, ভাটিপাৰা গাঁও*



*সংঘৰ্ষত ক্ষতিগ্ৰস্ত হোৱা ঘৰ- ২, ভাটিপাৰা গাঁও*



সংঘৰ্ষত ক্ষতিগ্ৰস্ত হোৱা ঘৰ- ৩, ভাটিপাৰা গাঁও



সংঘৰ্ষত ক্ষতিগ্ৰস্ত হোৱা ঘৰ- ৪, পশ্চিম মালিগাঁও

(বিঃদ্ৰঃ কোকৰাঝাৰ-ধুবুৰীৰ সীমামুৰীয়া ভাটিপাৰা গাঁওখনকো ক্ষেত্ৰ অধ্যয়নত সামৰি লোৱা হৈছিল)





ধাউলিগুৰি আশ্ৰয় শিবিৰ, গোসাইগাঁও



কোকৰাঝাৰৰ ভদিয়াগুৰি আশ্ৰয় শিবিৰ, বৰ্তমান বদৰুদ্দিন আজমলে ইয়াৰ আবাসীসকলৰ বাবে গৃহ নিৰ্মাণ কৰি দিছে আৰু 'আজমল আদৰ্শ গাঁও' নাম দিয়া হৈছে।

## পৰিশিষ্ট - ২ ঃ কোকৰাঝাৰ জিলাৰ মানচিত্ৰ




উৎস ঃ *আধুনিক অসমীয়া মানচিত্ৰ*, 'অসম ৰাজ্যিক শিক্ষক সন্মিলনী'ৰ হৈ ষ্টুডেন্টচ্ ষ্ট'ৰচ, গুৱাহাটী, ২০১২



## পৰিশিষ্ট - ৩ ঃ

### ১৯৯৬-১৯৯৮ চনৰ বড়ো-আদিবাসী গোষ্ঠী সংঘৰ্ষত গোসাইগাঁও মহকুমাৰ ভুক্তভোগীৰ সংখ্যা

| সংঘৰ্ষৰ বৰ্ষ | ভুক্তভোগী পৰিয়ালৰ সংখ্যা | মুঠ ভুক্তভোগীৰ সংখ্যা |
|---|---|---|
| ১৯৯৬ | ২২,১৫০ | ১,৬৫,১৭৭ |
| ১৯৯৮ | ৩৪,৩৯১ | ২,৩০,৯২২ |

### ১৯৯৬-১৯৯৮ চনৰ গোষ্ঠী সংঘৰ্ষত কোকৰাঝাৰ আৰু গোসাইগাঁও মহকুমাৰ আশ্ৰয় শিবিৰত থকা ভুক্তভোগীৰ সংখ্যা

| মহকুমা | আশ্ৰয় শিবিৰ | পৰিয়াল | প্ৰাপ্তবয়স্ক | শিশু | মুঠ |
|---|---|---|---|---|---|
| কোকৰাঝাৰ | ১২ | ৬০২০ | ২১২২৫ | ১১৪৬০ | ৩২৬৮৫ |
| গোসাইগাঁও | ১৪ | ৪৬৪৬ | ১৬১৬০ | ৮৫৪১ | ২৪৭০১ |
| মুঠ | ২৬ | ১০৬৬৬ | ৩৭৩৮৫ | ২০০০১ | ৫৭৩৮৬ |

(উৎস ঃ Manjil Basumatary, *Impact of Conflict Induced Displacement in the Kokrajhar District of the Bodoland Territorial Council, Assam.* Thesis. Department of Geography, Gauhati University. 2009. Downloaded from Shodhganga.inflibnet.ac.in)

## পৰিশিষ্ট - ৪ ঃ আশ্ৰয় শিবিৰ অনুসৰি ১৯৯৬-১৯৯৮ চনৰ কোকৰাঝাৰৰ গোষ্ঠী সংঘৰ্ষৰ ভুক্তভোগীসকলৰ তালিকা

| সংঘৰ্ষৰ বৰ্ষ | আশ্ৰয় শিবিৰৰ নাম | সম্প্ৰদায় | পৰিয়ালৰ সংখ্যা | মুঠ আবাসী |
|---|---|---|---|---|
| ১৯৯৬ | জয়পুৰ | আদিবাসী | ২৬৩ | ১৫৫১ |
| | বিছমুৰী | আদিবাসী | ১৪৫ | ৫৮৯ |
| | দেওশ্ৰী | আদিবাসী | ৬৪৩ | ৩৫৭০ |
| | মুঠ | | ১০৫১ | ৫৭১০ |
| ১৯৯৮ | বেংতল | আদিবাসী | ৯৭ | ৫২৮ |
| | জয়পুৰ (ক) | আদিবাসী | ১৮৮০ | ৯৮৩২ |
| | আমগুৰি | আদিবাসী | ৩১৭ | ১৮৮৩ |
| | ভুমকা-মালিগাঁও | আদিবাসী | ৭৩ | ৩৮২ |
| | জয়পুৰ (খ) | আদিবাসী | ৭৫৩ | ৪২৪০ |
| | শান্তিপুৰ | আদিবাসী | ২৪৬ | ১৪০৬ |
| | দেওশ্ৰী (খ) | আদিবাসী | ২৭১ | ১৩৬৪ |
| | বিছমুৰী (খ) | আদিবাসী | ৩৬৫ | ১৭৪৫ |
| | ৰুণীখাটা, ভুৰপাৰ | আদিবাসী | ৯৬৭ | ৫৫৯৫ |
| | মুঠ | | ৬০২০ | ৩২৬৮৫ |

(উৎসঃ Manjil Basumatary, *Impact of Conflict Induced Displacement in the Kokrajhar District of the Bodoland Territorial Council, Assam.* Thesis. Department of Geography, Gauhati University. 2009. Downloaded from Shodhganga.inflibnet.ac.in)



## পৰিশিষ্ট - ৫ ঃ সম্প্ৰদায় অনুসৰি ১৯৯৬-২০০১ চন পৰ্যন্ত গোসাইগাঁও মহকুমাৰ গোষ্ঠী সংঘৰ্ষত নিহতসকলৰ তালিকা

| সম্প্ৰদায় | নিহতৰ সংখ্যা |
|---|---|
| আদিবাসী | ৮৪ |
| বড়ো | ৫৯ |
| ওৰাওঁ | ৫৫ |
| মুছলমান | ৩৪ |
| ৰাভা | ৩ |
| বাঙালী | ৩ |
| বিহাৰী | ২ |
| অন্যান্য | ১১ |
| মুঠ | ২৫১ |

(উৎসঃ Manjil Basumatary, *Impact of Conflict Induced Displacement in the Kokrajhar District of the Bodoland Territorial Council, Assam.* Thesis. Department of Geography, Gauhati University. 2009. Downloaded from Shodhganga.inflibnet.ac.in)

## ১৯৯৮ চনৰ গোষ্ঠী সংঘৰ্ষৰ ভুক্তভোগী বিভিন্ন সম্প্ৰদায়

| সম্প্ৰদায় | পৰিয়ালৰ সংখ্যা | মুঠ |
|---|---|---|
| আদিবাসী | ২১২৯০ | ১,৩৩,৩৫৭ |
| বড়ো | ১২,৮৩৭ | ৯৫,৩৩২ |
| ৰাভা | ২৬৪ | ২,২৩৩ |
| মুঠ ভুক্তভোগী | ৩৪,৩৯১ | ২,৩০,৯২২ |

(উৎস ঃ Manjil Basumatary, *Impact of Conflict Induced Displacement in the Kokrajhar District of the Bodoland Territorial Council, Assam.* Thesis. Department of Geography, Gauhati University. 2009. Downloaded from Shodhganga.inflibnet.ac.in)